ন জায়তে ম্রিয়তে বা কদাচিৎ নায়ংভূত্বা
ভবিতা বা ন ভূয়ঃ ।
অজো নিত্যঃ শ্বাশতোহয়ং পুরাণো ন হন্যতে
হন্যমানে শরীরে ।।

শ্রীমদ্ভাগবত গীতা

Karmapran Rameswar Borah : a collection of articles on the life and works of Rameswar Borah., edited by Purna Kanta Nath, Narayan Mahanta, and Published by Smti Anjali Borah, Kujidah Hatichong : Nagaon ( Assam ) Price - Rs. 45.00

সম্পাদনাত ঃ

শ্ৰীপূৰ্ণকান্ত নাথ
শ্ৰীনাৰায়ণ মহন্ত
শ্ৰী মৃগেন বৰা
শ্ৰীকস্তুৰীমা বৰা।

প্ৰকাশিকা ঃ

শ্ৰী অঞ্জলি বৰা
কুজীডাঁহ
হাতীচোং ঃ নগাঁও ( অসম )

অৰিহণা ঃ ৪৫.০০ টকা
( পঞ্চল্লিশ টকা )

মুদ্ৰক ঃ হিমালয় প্ৰিণ্টাৰ্চ,
চান্দমাৰী, গুৱাহাটী - ৭৮১০২১



# প্ৰকাশিকাৰ এ[illegible]

মোৰ স্বামী প্ৰয়াত ৰামেশ্বৰ বৰাদেৱৰ কৰ্মময় [illegible] আলোকপাত কৰি এখনি পুথি যুগুতোৱাৰ কথা তেখেতৰ চাকৰিৰ অৱসৰৰ সময়তেই চিন্তা কৰা হৈছিল যদিও আমাৰ পাৰিবাৰিক সংঘাতময় জীৱনৰ আলে আহকালৰ বাবে তেতিয়া তাক বাস্তৱায়িত কৰিব পৰা নগ'ল। এই ক্ষেত্ৰত মোক বৰকৈ প্ৰেৰণা যোগোৱা লোকজন হ'ল প্ৰয়াত স্বামীৰ প্ৰিয় সহকৰ্মী শ্ৰীপূৰ্ণকান্ত নাথদেৱ। প্ৰয়াত জনৰ আদ্যশ্ৰাদ্ধত আহোঁতে অসম সাহিত্য সভাৰ সভাপতি ড° লক্ষ্মীনন্দন বৰাইও এনে এটা প্ৰচেষ্টা হাতত লোৱাৰ বাবে পৰামৰ্শ দিছিল। কিন্তু দুখৰ বিষয় যে সেইজন লোকৰ দেহান্ত হোৱা একবছৰৰ মূৰতহে কাম হাতত লবলৈ সক্ষম হৈছোঁ।

সমগ্ৰ জীৱন ব্যাপি নিজলৈ সমাজৰ হকে কাম কৰি গ'ল তেনে এজন মহান লোকৰ কৰ্মবহুল জীৱনৰ ওপৰত ভিত্তি কৰি পুথি এখন প্ৰকাশ কৰাৰ সাহস মোৰ নাই যদিও বহুতো গুণমুগ্ধ ব্যক্তিয়ে প্ৰেৰণা যোগাই প্ৰয়াত লোকজনৰ কৰ্মৰাজিৰ ওপৰত লিখা প্ৰবন্ধ-পাতি, কবিতা আদি গোটাই প্ৰকাশ কৰা কাৰ্য্য হাতত লবলৈ একপ্ৰকাৰে দুঃসাহস কৰিলোঁ।

পুথিখন প্ৰকাশ কৰাৰ পৰিকল্পনা হাতত লোৱা দিন ধৰি বিশেষকৈ দুজন ব্যক্তিৰ ওচৰত মই চিৰকৃতজ্ঞ। সেই দুজন লোক হ'ল শ্ৰীপূৰ্ণকান্ত নাথ আৰু স্বামীৰ প্ৰিয় ছাত্ৰ শ্ৰীনাৰায়ণ মহন্ত। আনহাতে আমাৰ গুৱাহাটীস্থ দেওৰ শ্ৰীসৰ্ব্বানন্দ বৰাই এই কাৰ্য্যত বিশেষভাৱে আগ-ভাগ লৈ দিহা বুদ্ধি দিয়া আৰু ভতিজা পো শ্ৰীমান মৃগেন বৰাই প্ৰবন্ধ পাতি-প্ৰস্তাৱ অভিনন্দন আদিৰ পাণ্ডুলিপি প্ৰস্তুত কৰাৰ পৰা ঘূৰা পকা কৰা কামত মোক সততে সহায় কৰাত কিছু সকাহ পাইছোঁ। আমাৰ জোৱাই শ্ৰীমান দিব্য জ্যোতি খাউণ্ড আৰু দুই কন্যা শ্ৰীমতী শ্যামলিমা আৰু শ্ৰীমতীকস্তুৰীমাই সম্পূৰ্ণ সহাঁৰি জনোৱাতহে কাম হাতত লবলৈ সাহস কৰিলোঁ। আনহাতে এইদিশত আৰু কেইবাগৰাকী লোকে মোক প্ৰেৰণা যোগালে, তেখেত সকল হ'ল স্বৰ্গীয় স্বামীৰ প্ৰিয়ছাত্ৰ তথা সহকৰ্মী শ্ৰীঅশোক কুমাৰ বৰঠাকুৰ, পৰিয়ালৰ ভাতৃ তথা সহকৰ্মী শ্ৰীদধি মোহন বৰা, ভাতৃপ্ৰতিম শ্ৰীঘনকান্ত বৰা আৰু ভতিজা লৰা শ্ৰীমান প্ৰাৱন জ্যোতি বৰা। এই সকলোৰে প্ৰতি মোৰ আন্তৰিক কৃতজ্ঞতা থাকিল।

শেষত এই ক্ষেত্ৰত মোৰ অগ্ৰজপ্ৰতিম নগাঁও কিৰণবালা গোস্বামী

বালিকা বিদ্যালয়ৰ অৱসৰ প্ৰাপ্ত প্ৰধান শিক্ষক শ্ৰীসিদ্ধেশ্বৰ বৰকাকতীদেৱে গ্ৰন্থখনি চপোৱাৰ কাৰিকৰী দিশত বিশেষ দিহা-পৰামৰ্শ আগ বঢ়োৱাৰ বাবে তেখেতলৈ মোৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

যিসকল ব্যক্তিয়ে প্ৰবন্ধ-কবিতা আদি লিখি পুথিখনি সমৃদ্ধ কৰাত সহায় কৰিছে সেইসকলৰ ভিতৰত প্ৰথমেই মোৰ সশ্ৰদ্ধ প্ৰণিপাত জনালোঁ দৃষ্টি আৰু শ্ৰৱণ শক্তি হেৰুৱাই শয্যাগত অৱস্থাত থকা প্ৰয়াতজনৰ চিৰপূজ্য শিক্ষাগুৰু পৰম শ্ৰদ্ধেয় সাহিত্যাচাৰ্য্য শ্ৰীৰত্নেশ্বৰ শৰ্মাদেৱলৈ। ইয়াৰোপৰি অসম সাহিত্য সভাৰ সভাপতি প্ৰয়াতজনৰ সহপাঠী আৰু পৰিয়ালৰ লোক ড° লক্ষ্মীনন্দন বৰা, প্ৰখ্যাত সাংবাদিক সাহিত্যিক শ্ৰীতিলক হাজৰিকা, বৈষ্ণৱ সাহিত্যিক শ্ৰীতিলক মজুমদাৰ আৰু সহপাঠী বন্ধু শ্ৰীৰুহিত চন্দ্ৰ বেজবৰুৱাদেৱ আৰু বাকী সকলো লিখক-লিখিকাৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰি কৃতজ্ঞতা জনালোঁ। সকলোৰে নাম প্ৰকাশ কৰিব নোৱাৰাৰ বাবে ক্ষমা বিচাৰিছোঁ।

উল্লেখ যোগ্য যে প্ৰয়াতজনে নিজে লিখা এটি প্ৰবন্ধও ইয়াত সন্নিবিষ্ট কৰা হ'ল তেখেতৰ লিখাৰ প্ৰতি থকা আগ্ৰহৰ নমুনাৰ বাবে। জীৱিত অৱস্থাত তেখেতৰ কৰ্ম্মৰাজিৰ প্ৰতি আদৰ জনাই বিভিন্ন অনুষ্ঠান প্ৰতিষ্ঠানে প্ৰদান কৰা অভিনন্দন পত্ৰ, তেখেতৰ মৃত্যুত প্ৰেৰণ কৰা কেইগৰাকীমান বিশিষ্ট লোকৰ শোকবাৰ্ত্তা আৰু জীৱনৰ কেইটামান বিশেষ মুহূৰ্ত্ত ধৰি ৰখা আলোক চিত্ৰ ইয়াত সন্নিবিষ্ট কৰা হ'ল, প্ৰয়াতজনৰ ব্যক্তিত্বৰ চানেকি স্বৰূপে। কুজীডাঁহ 'দ্বাদশ মিলন সংঘই' তেখেতৰ স্মৃতিত 'কৰ্ম্মপ্ৰাণ' উপাধিৰে বিভূষিত কৰাত আমি বিশেষভাবে সেই অনুষ্ঠানৰ ওচৰত কৃতজ্ঞ হোৱাৰ উপৰিও তেখেতসকলে প্ৰদান কৰা বিশেষণেৰেই কিতাপখনিৰ নামাকৰণ কৰা হ'ল। সদৌ শেষত শুভাকাংক্ষী সকলোলৈকে আমাৰ কৃতজ্ঞতা জনাই এই পুথিখনি নতুন প্ৰজন্মৰ হাতত অৰ্পণ কৰিলোঁ।

গুৱাহাটী চান্দমাৰীৰ হিমালয় প্ৰিন্টাৰ্চে কিতাপখনি সময়মতে প্ৰকাশ কৰি দিয়াৰ কাৰণে প্ৰিন্টাৰ্চৰ স্বত্বাধিকাৰী শ্ৰীৰঞ্জিত কুমাৰ শইকীয়া আৰু কৰ্ম্মী বৃন্দলৈ শলাগ যাঁচিলোঁ।

শ্ৰী অঞ্জলি বৰা,

# ।। সূচীপত্ৰ ।।

# মোৰ প্ৰিয় প্ৰাক্তন ছাত্ৰ — ৰামেশ্বৰ বৰা

সাহিত্যাচাৰ্য্য যজ্ঞেশ্বৰ শৰ্ম্মা

ৰামেশ্বৰ বৰা বুলিলেই বুজো এজন ডেকা চাইকেলৰ পৰা নামি আহিছে, চকুয়ে মুখে আশাবাদী হাঁহি। মোৰ যিবিলাক প্ৰাক্তন ছাত্ৰৰ কথা বিশেষকৈ মনত আছে সেই সকলৰ ভিতৰত ৰামেশ্বৰ বৰাও এজন। মই অধ্যক্ষ হৈ থাকোতে তেওঁ বি-এ ডিগ্ৰী লৈ গৈছে। ছাত্ৰ হিচাবে তেওঁ অতি বিনয়ী আৰু কৰ্ম্মতৎপৰ। কলেজৰ লগত সম্পৰ্ক থকা আন আন উৎসৱ আদি কাৰ্য্যত তেওঁ আগৰণুৱা আছিল। তেওঁ কিছুমান দিন কলেজ হোষ্টেলত আছিল। তেওঁৰ সৎ প্ৰভাৱ লগৰীয়া ছাত্ৰসকলৰ মাজতো বিয়পিছিল।

শিক্ষকৰ ক্ষেত্ৰত তেওঁ অঞ্চলটোক ভালেখিনি আগবঢ়াই থৈ গ'ল। তেওঁ সাহিত্য সভাৰ আজীৱন সভ্য আছিল আৰু নিজৰ গাৱঁত সাহিত্য সভাৰ শাখা স্থাপন কৰি তাক দৃঢ় কৰি থৈ গৈছে। স্থানীয় সকলো সামাজিক কৰ্ম্মত তেওঁ নেতৃত্ব দিব পাৰিছিল। তেওঁ মোক কেবাবাৰো সভা সামিতিলৈ মাতি নিছে আৰু তেওঁৰ ঘৰলৈকো মই কেবাবাৰো গৈছো। অংকীয়ানাটৰ সমাবেশ সমাৰোহৰ কোনোবা এদিন তেওঁৰ ঘৰত জলপান খোৱা মনত আছে। এয়ে তেওঁৰ ঘৰলৈ শেষ যোৱা। এই মানুহজন আৰু ১০ বছৰমান যদি জীয়াই থাকিলহেঁতেন। কিন্তু আমাৰ ইচ্ছা অনিচ্ছাৰ ওপৰত এইবোৰ কথা নিৰ্ভৰ নকৰে। মানুহৰ জীৱন কেৱল বছৰৰ দ্বাৰাই জুখিব নোৱাৰি, কৰ্ম্মৰ দ্বাৰাহে জুখিব লাগে। স্থানীয় যুৱক-যুৱতীসকলে ৰামেশ্বৰ বৰাৰ আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত হৈ সেই অঞ্চলটো যদি অধিক উন্নত কৰিব নোৱাৰে সেইটোহে অতি দুখৰ কথা হ'ব।

তেওঁৰ মৃত্যুৰ এবছৰ হোৱা উপলক্ষে এখনি স্মৃতিগ্ৰন্থ উলিওৱাটো আমাৰ সকলোৰে বাবে উত্তম কাম হৈছে। প্ৰয়াতজনৰ গুণ কৰ্ম্মৰ কথা স্মৰণ কৰি আমাৰ আশা-ভৰসাসমূহ আশা পূৰ্ণ হওক। মোৰ এয়ে অন্তৰৰ কামনা। বিদেহীজনৰ আত্মাৰ স্মৃতিৰ প্ৰতি ৰাইজৰ লগতে মোৰ অকণমান শ্ৰদ্ধাও যোগ দিলো।

'সৰ্ব্বে ভৱন্তু সুখিনঃ'।

● ● ● ●

অশ্রু অঞ্জলি :

# ৰামেশ্বৰ বৰা

ড° লক্ষ্মীনন্দন বৰা

বিদ্যালয়খনেই আছিল তাৰ প্ৰাণ ; গ্ৰামাঞ্চলত শিক্ষাৰ প্ৰসাৰেই আছিল তাৰ শিক্ষাজীৱী জীৱনৰ নিঃশ্বাস-প্ৰশ্বাস। তদুপৰি নগাঁও জিলাৰ আওহতীয়া গাঁও এখনতো তাৰ নাম নুশুনা মানুহ নাই বুলিয়েই ক'ব পাৰি। কাৰণ সি আছিল নগাঁও জিলাৰ এক সুবৃহৎ অঞ্চল হাতীচোং মৌজাৰ দৰিদ্ৰ ছাত্ৰ-ছাত্ৰীৰ পিতৃস্বৰূপ । তদুপৰি সমাজৰ অনুন্নত শ্ৰেণীৰ ছাত্ৰ-ছাত্ৰীৰ প্ৰতি তাৰ আছিল অসীম সহানুভূতি। তাৰ নশ্বৰ দেহা যোৱা ১৯৯৫ চনৰ ৬ আগষ্টতে পঞ্চভূতৰ লগত বিলীন হৈ গ'ল। কিন্তু তাৰ আত্মা থাকি গ'ল হাতীচোং মৌজাৰ এখন সৰু গাঁও কুজিডাঁহত ; তাৰ আদৰ্শ চিৰদিনীয়া হৈ ৰ'ল অসমৰ শিক্ষাজগতত।

নাম ৰামেশ্বৰ বৰা। মোৰ বংশৰে এজন অগ্ৰজ । মই তাক ককাইদেউ বুলি মতা নাছিলোঁ। কাৰণ আমি 'ক' শ্ৰেণীৰ পৰাই সহপাঠী আছিলোঁ। তাৰ আকস্মিক মৃত্যু মোৰ বাবে ব্যক্তিগত ক্ষতি আৰু বেদনাৰ কাৰণ হৈ পৰিছে। মই এই পৰিণত বয়সতো শোকৰ আতিশয্য সম্বৰণ কৰিব পৰা নাই। মই জানো, ৰামেশ্বৰৰ অবৰ্তমানত মই আজিৰ পৰা একেটা মানুহ হৈ নেথাকোঁ আৰু মোৰ ওপজা ঠাই হাতীচোং কুজিডাঁহো ইতিবাচক উদ্দাম গতিৰে আগবাঢ়ি যাবলৈ বহুত অসুবিধাৰ সন্মুখীন হ'ব। মই এই দুৰ্বিসহ মৰণ বাতৰি পালোঁ আঠ দহ দিনৰ মূৰতহে। দিল্লীৰ পৰা আহি আঠ দিনৰ মূৰত গুৱাহাটীত খবৰটো পাই আজি ( ১৪ আগষ্ট ) অশ্ৰুৰ মহীৰে কাপটো তিয়াই কথাখিনি লিখিছোঁ। বহুত কথাই মোৰ মনটো জুমুৰি দি ধৰিছে। আমাৰ একে লগতে মেট্ৰিক পৰীক্ষা দিয়াৰ কথা। সি আই-এছচি পাছ কৰি ( ১৯৫০ চন ) বি-এ পঢ়িবলৈ সিদ্ধান্ত লোৱাৰ কথা। বি-এ পাছ কৰি সি এম-এ নপঢ়ি অঞ্চলটোত সমাজ সেৱা কৰাৰ সংকল্প লোৱাৰ কথা। যেতিয়া মই কলিকতাত এম-এছ -চি পঢ়িছিলোঁ আৰু পিছত মহাবিদ্যালয়ত অধ্যাপনা কৰি নগৰীয়া জীৱনত থকা সুবিধাখিনি আদায় কৰাত ব্যস্ত আছিলোঁ, তেতিয়া আমাৰ ৰামেশ্বৰে বাইজক এক গোট কৰি ঘৰে ঘৰে ছবি গোৰাই চান্দা যোগাৰ কৰিছিল, ধান-চাউলৰ মুষ্টিভিক্ষা বিচাৰি ফুৰিছিল আৰু নাট্যাভিনয়ত টিকেট লগাই গোৱা ধন সাঁচিছিল। এনেকৈ

পোৱা ধনেৰে সি এখন বিদ্যালয়ৰ কাম আৰম্ভ কৰিছিল। ৰামেশ্বৰৰ অশেষ পৰিশ্ৰম আৰু দক্ষতাৰ ফলত এতিয়া সেই বিদ্যালয়খনেই বিজ্ঞান, কলা আৰু বাণিজ্য শাখাৰে সমৃদ্ধ এখন ৰাজহুৱা উচ্চতৰ মাধ্যমিক বিদ্যালয়। নাম কুজীদাঁহ উচ্চতৰ মাধ্যমিক বিদ্যালয়। এই বিদ্যালয়ত আহলবহল ভালেমান ঘৰৰে সৈতে ইমান সুন্দৰ সা-সুবিধা আছে যে পোনতে দেখিলে এখন উচ্চ খাপৰ মহাবিদ্যালয় যেনহে লাগে। ইয়াৰ বিজ্ঞান শাখাৰ পৰা ওলোৱা ভালেমান ছাত্ৰ-ছাত্ৰী ডাক্তৰ ইঞ্জিনীয়াৰ হৈছে, কলা আৰু বাণিজ্য শাখাৰ পৰা ওলোৱা ছাত্ৰ-ছাত্ৰীয়েও সমাজ জীৱনত বিশেষ ভাবে নিজৰ যোগ্যতা প্ৰদৰ্শন কৰিছে। এই উচ্চতৰ বিদ্যালয়খন নগাঁও জিলাৰ এটি কীৰ্তিস্তম্ভ, হাতীচোং মৌজাৰ মানুহৰ এক গৌৰৱ আৰু ৰামেশ্বৰৰ জীৱন সাধনাৰ প্ৰতীক। এতিয়া অসমৰ চুকে কোণে কেএৰা বন গঁজাদি গঁজা বহু মহাবিদ্যালয়তকৈ শিক্ষাজগতত ইয়াৰ অৰিহণা বহুত বেছি বুলি ক'লে অত্যুক্তি কৰা নহয়। এই কথা উপলব্ধি কৰিব নোৱাৰা মানুহ নগাঁও জিলাত নাই বুলিয়েই ক'ব পাৰি। সেয়েহে ৰামেশ্বৰৰ মৃত্যুৰ বাতৰি পোৱাৰ লগে লগে অগণন ৰাইজ গোট খালেহি। ৰাইজ আহিল জিলাখনৰ বিভিন্ন ঠাইৰ পৰা। সুদীৰ্ঘ শোভাযাত্ৰাৰ বাবে ট্ৰাক, বাছ আদি ক'ৰ পৰা আহিল, কোনে আনিলে, এইবোৰ মৃতক ৰামেশ্বৰৰ পৰিয়ালৰ মানুহে গমকেই নেপালে। তদুপৰি ৰামেশ্বৰৰ কাঠ-সংস্কাৰ কৰা হ'ল তাৰ প্ৰাণস্বৰূপ কুজিডাঁহ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ চৌহদতে; শ্বহীদ বেদীৰ নিচেই কাষতে। জীৱদ্দশা আৰু মৰণৰ পিছতো এনে সম্মান আন কাৰোবাৰ ভাগ্যত ঘটিছেনে নাই, মই নেজানো। তাৰ বাবে মই বিশেষকৈ গৌৰৱবোধ কৰোঁ। ৰামেশ্বৰক কোনোপধ্যে ৰাজনীতিক শাসনকৰ্তাৰ লগত ৰিজাব নোৱাৰি। সি আছিল তেওঁলোকৰ মানসিকতাৰ বহুত উৰ্দ্ধত আৰু তাৰ খ্যাতিও বোধকৰো পিছত সময়ৰ কৰাল গ্ৰাসত নপৰিব। সি মৰিও জীয়াই থাকিব দুটা কাৰণত ঃ (১) সি আছিল অত্যন্ত নিষ্ঠাবান শিক্ষাব্ৰতী আৰু সুদক্ষ শিক্ষা-প্ৰশাসক, যাৰ বাবে শিক্ষাৰ সম্প্ৰসাৰেই আছিল এক মোহাবিষ্ট আৱেশ, এক অবুজ্জেখন (Obsession)। সেই উচ্চতৰ মাধ্যমিক বিদ্যালয়খনৰ পৰা অৱসৰ পোৱাৰ পিছতো সি তাৰ পৰা আঁতৰি থাকিবলৈ টান পাইছিল। সি তালৈ সদায় আহি আছিল আৰু পৰবৰ্তী অধ্যক্ষজনক দিহা-পৰামৰ্শ দি আছিল। তদুপৰি তাৰ অভূতপূৰ্ব সাংগঠনিক দক্ষতাৰ সি পূৰ্ণ প্ৰয়োগ কৰিছিল - ওচৰতে এখন মহাবিদ্যালয় স্থাপন কৰি তাকে টনকিয়াল কৰা কাৰ্যত। (২) সি বৃহৎ অঞ্চলটোৰ মানুহৰ আশা- আকাঙ্খাৰ লগত মিলি গৈছিল আৰু সামাজিক উত্তৰণৰ বাবেসাৰ্থক

প্ৰচেষ্টা চলাইছিল। কিন্তু সি নিজৰ বিকল লোকপ্ৰিয়তাক ৰাজনীতিৰ বণী ব্যৱসায়টোত লগোৱা নাছিল। সি ৰাজনীতিৰ যোগেদি নিজকে ক্ষমতালুলুপ কৰি জনগণৰ পৰা বিচ্ছিন্ন কৰিব খোজা নাছিল। ..... ৰাজনীতিত যোগদান নকৰি সি প্ৰবল মানবীয়তাৰহে পৰিচয় দিছিল। সেয়েহে হয়তো সি আছিল ভালে কেইজনমান আঞ্চলিক মন্ত্ৰী-এম-এল-এৰ ঈৰ্ষাৰ পাত্ৰ। মৃত্যুৰ পিছতো সেইবোৰ মানুহৰ কাৰণে সি ঈৰ্ষাৰ পাত্ৰ হৈ থাকিব অগণন ৰাইজে সকলো সময়তে তাৰ প্ৰতি দেখুওৱা বিকল সন্মানৰ কাৰণেই।

অথচ এইজন ৰামেশ্বৰ বৰাই শিক্ষকৰ ৰাষ্ট্ৰীয় বঁটা নেপালে সেই সময়ৰ তাৰ প্ৰতি ঈৰ্ষা-কাতৰ অসম চৰকাৰৰ তালিবাজিৰ বাবেই। তাৰ লোকপ্ৰিয়তাক চৰকাৰে ভয় কৰিছিল। তদুপৰি বঁটা প্ৰদানত সাম্প্ৰদায়িকতাৰ প্ৰভাৱো পৰিছিল। ৰাষ্ট্ৰীয় বঁটা পোৱা হেঁতেন সি আৰু দুবছৰ বিদ্যালয়খনলৈ নিজৰ সেৱা আগবঢ়াব পাৰিলেহেঁতেন। তাকে নোপোৱাত শিক্ষাবিদ ৰামেশ্বৰ বৰাৰ হানি নহ'ল। হানি হ'ল শিক্ষা বিভাগৰ নিৰপেক্ষতাৰহে। সি অসাধাৰণ হৈ ৰ'ল, মাথোন তুচ্চ হৈ ৰ'ল তেতিয়াৰ শিক্ষামন্ত্ৰীজনহে।

ৰামেশ্বৰ বৰাৰ কথা কওঁতে 'সি' বুলিয়েহে লিখিছোঁ। কাৰণ একেলগে ডাঙৰ-দীঘল হোৱা, অগ্ৰজ, মোৰ মনৰ মণিকোঠাত বিশেষ ঠাই দখল কৰা ৰামেশ্বৰৰ কথা লিখোঁতে আবেগৰশতঃ মই কোনোপধ্যে নৈৰ্ব্যক্তিক শব্দ 'তেওঁ' বা 'তেখেত' বুলি উল্লেখ কৰিব নোৱাৰোঁ। এতিয়া ভাবিছোঁ - সৰু ( ঘৰত মতা নাম), 'তোৰ আদৰ্শই বাৰু এতিয়াৰ শিক্ষাজগতৰ নৈৰাজ্যত আঘাত হানিব পাৰিবনে?*

• • •

---

*প্ৰবন্ধটো পূৰ্বতে 'অগ্ৰদূত' কাকতত প্ৰকাশিত।

-প্ৰকাশিকা-

# শ্ৰদ্ধেয় ৰামেশ্বৰ বৰা ঃ জীৱন আৰু মানুহজন

প্ৰফুল্ল হাজৰিকা

কুঞ্জীডাঁহৰ শিক্ষা সংস্কৃতি আৰু সামাজিক উন্নয়নৰ অন্যতম গুৰিধৰোতা, কুঞ্জীডাঁহ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ প্ৰধান খনিকৰ আৰু হাতীচোং মহাবিদ্যালয়ৰ প্ৰতিষ্ঠাপক সম্পাদক প্ৰয়াত ৰামেশ্বৰ বৰা, কুঞ্জীডাঁহ তথা হাতীচোং অঞ্চলৰে সুযোগ্য সন্তান। এই অক্লান্ত কৰ্ম্মযোগী গৰাকীয়ে গত ১৯৯৫ চনৰ ৬ আগষ্টৰ পুৱা ৬ বাজি ১০ মিনিটত গুৱাহাটীৰ ডাউন টাউন নাৰ্চিং হোমত অতি মৰমৰ জীয়ৰী দুগৰাকী, পত্নী, ভাতৃ, ভতিজা, আত্মীয় স্বজন আৰু ৰাজ্যজোৰা অসংখ্য বন্ধু বান্ধৱক কন্দুৱাই ইহ সংসাৰ এৰি চিৰশান্তি ধামলৈ প্ৰয়ান কৰিলে।

সেইদিনা পুৱা ৭ বজাৰ লগে লগে কুঞ্জীডাঁহত এই বাতৰি আহি পোৱাৰ এঘন্টাৰ ভিতৰত বিৰাট হাতীচোং অঞ্চল আৰু নগাওঁ টাউনত থকা তেখেতৰ গুণমুগ্ধ সকল আৰু আত্মীয় স্বজনেৰে দুই সহস্ৰাধিক জনতাই কুঞ্জীডাঁহ উচ্চতৰ মাধ্যমিকৰ পৰা তেখেতৰ বাসস্থান পৰ্য্যন্ত লোকে লোকাৰণ্য হৈ ডেৰ বজা পৰ্য্যন্ত শাওনৰ প্ৰখৰ সূৰ্য্যৰ তাপকো নেওচা দি প্ৰাণহীন নশ্বৰ দেহাক শ্ৰদ্ধা জনোৱাৰ উদ্দেশ্যে অপেক্ষা কৰে। তেখেতৰ গুণমুগ্ধ প্ৰাক্তন ছাত্ৰ সহকৰ্ম্মী আৰু স্থানীয় লোকসকলে তৎকালেই ট্ৰাক, বাছ আদি সংগ্ৰহ কৰি গোটেই হাতীচোং অঞ্চল পৰিক্ৰমা কৰাৰ যাৱতীয় ব্যৱস্থা কৰে। ১২-৪৫ বজাত প্ৰাণহীন দেহা আহি পোৱাত তেখেতৰ বাসভৱনত কৰিব লগা ধৰ্ম্মীয় আচাৰ, স্থুল প্ৰথা মতে সমাধা কৰি মহাবিদ্যালয়, শ্ৰীমন্ত শংকৰ চ'ৰা, মজলীয়া বিদ্যালয় আৰু তেখেতৰ প্ৰানস্বৰূপ কুঞ্জীডাঁহ উচ্চতৰ মাধ্যমিক বিদ্যালয়ত স্থানীয় ৰাইজ, ছাত্ৰ-ছাত্ৰী, শিক্ষক আৰু বন্ধু-বান্ধৱ সকলে শেষ শ্ৰদ্ধা জনোৱাৰ পাচত তিনিখন ট্ৰাক আৰু এখন মিনিবাছ লৈ শোভাযাত্ৰা আৰম্ভ হয়। প্ৰায় তিনি ঘন্টা সময় ধৰি হাতীচোং অঞ্চল পৰিভ্ৰমণ কৰি ৫-৩০ বজাত সমাধিস্থল কুঞ্জীডাঁহ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ চৌহদত প্ৰানহীন বৰাদেৱক চাঙিৰ ওপৰত এঘন্টা কাল ৰাখি শেষতীয়াকৈ দূৰ দূৰণিৰ পৰা অহা আত্মীয় স্বজন আৰু গুনমুগ্ধ সকলৰ শেষ শ্ৰদ্ধা জনাবলৈ সুবিধা দি ৬ বজাত নশ্বৰ দেহ অগ্নিক সমৰ্পন কৰা হয়।

কুঞ্জীডাঁহৰ বংশৰ হাজৰিকা ফৈদৰ পৰা বড়া কাকতি বড়া শাখাৰ স্বৰ্গীয় যদু কাকতী আহোমৰ ৰাজত্বৰ সন্ধ্যাবেলাৰ নাওবৈশা ফুকনৰ দৰবাৰৰ দুজন কাকতী -যদু কাকতী আৰু সনৎ কাকতী দুই খুড়া-ভতিজা। যদু কাকতী পিচত

ইংৰাজ আমোলত প্ৰথম কাকতী (মণ্ডল) হয়। অসম ৰাজ্যৰ প্ৰথম জৰীপৰ সামৰণি পৰাত মায়াঙত মৌজাদাৰ হয় । এওঁৰ পুত্ৰ ৰামদত্ত আৰু জয়দত্ত এই দুজনাও কাকতী হয় যদিও অকালতে মায়াঙত মৃত্যু হোৱাত তেওঁলোকৰ নাবালক পুত্ৰসকলক মৌজাৰ দেনাত আৰ্থিক ভাৱে জুৰুলা হৈ পৰিল । ৰামদত্ত কাকতীৰে একমাত্ৰ পুত্ৰ স্বৰ্গীয় নন্দেশ্বৰ বৰা ।

ˇনন্দেশ্বৰ বৰাৰ ভাৰ্য্যাˇ লক্ষনা বৰাৰ ৩য় সন্তানেই আমাৰ অতি চেনেহৰ সৰু ( ৰামেশ্বৰ বৰা) । এওঁৰ জ্যেষ্ঠ ভাতৃ শ্ৰীপুস্পেন্দ্ৰ বৰা । অনুজ ক্ৰমে শ্ৰীশশী বৰা, শ্ৰীসৰ্ব্বানন্দ বৰা, শ্ৰীৰোহিণী বৰা আৰু একমাত্ৰ ভগ্নী শ্ৰীনীলিমা বৰুৱা । প্ৰয়াত বৰাদেৱৰ সৰু অৱস্থাতে পিতৃ বিয়োগ হোৱাত বহুতো অভাৱ অনাটনৰ মাজেদি শিক্ষা গ্ৰহণ কৰিব লগা হয় । তেখেতৰ শিক্ষা তথা গোটেই পৰিয়ালৰ দায়িত্ব বিধবা মাকৰ উপৰি মামাক ˇবকুল বৰাদেৱৰ পৰিয়ালৰ দায়িত্ব ভাৰ মূৰ পাতি লয় আৰু এই ক্ষেত্ৰত বিধবা মাতৃৰ মামাকˇভোগেশ্বৰ হাজৰিকা দেৱৰ অৱদানো কম নহয়। অশেষ কষ্টৰ মাজেদি স্নাতক ডিগ্ৰী লোৱাৰ পাচত চাকোলাঘাট হাই স্কুলত শিক্ষকতা আৰম্ভ কৰে। শিক্ষকতা কৰি থকা অৱস্থাতে ১৯৫৫ চনত গাৱৰ ৰাইজৰ আহবান ক্ৰমে নতুনকৈ প্ৰতিষ্ঠা কৰা কুজীডাঁহ উচ্চমাধ্যমিক বিদ্যালয়ৰ প্ৰধান শিক্ষক হিচাবে যোগদান কৰে।

স্বৰ্গীয় ৰামেশ্বৰ বৰাদেৱৰ অক্লান্ত পৰিশ্ৰম, ধৈৰ্য্য, সহিষ্ণুতা, কৰ্ম্মপ্ৰেৰনাই চৰকাৰৰ পৰা পাব লগা প্ৰাপ্য আজুৰি অনা আৰু কুজীডঁহীয়া ৰাইজৰ ত্যাগ, পৰিশ্ৰম, ভূমিদান, সাতাম পুৰুষীয়া যুৰীয়া নামঘৰ স্থানান্তৰ , বৃটিছ যুগৰ আৰম্ভনিৰে এম,ভি স্কুলৰ লোহাৰ খুটা আৰু চেগুন কাঠেৰে নিৰ্মিত পাকা অসম টাইপ বিল্ডিং ভাঙি স্থানান্তৰ কৰা,ˇতিলক গায়নৰ পিতৃ ভিঠাৰ পৰা আনি বৰ্তমান ঠাইত ঘৰ দুৱাৰ সাজি দিয়া আদি বৈপ্লৱিক পৰিবৰ্তন আৰু বিদ্যালয় খনিলৈ বছা বছা শিক্ষক আনি সুস্থ শৈক্ষিক পৰিবেশ গঢ়ি তোলা, চৰকাৰৰ পৰা বিভিন্ন অনুদান ধাৰ আদি লৈ আটকধুনীয়া স্কুল বিল্ডিং নিৰ্ম্মান কৰা কাৰ্য্য দেখি নগাওঁ জিলাই নহয় সদৌ অসমৰ শিক্ষাব্ৰতী আৰু শিক্ষাজীৱি সকলে আৰু অসমৰ শাসক বৰ্গইও চমক খাই উঠিছিল। আনকি এসময়ৰ ঘোৰ বিৰোধী সকলো প্ৰশংসা মুখৰ হৈ পৰিছিল। এই সকলোবোৰ কাৰ্য্যই প্ৰয়াত বৰাদেৱৰ ত্যাগ, কৰ্ম্মপ্ৰেৰণা, দক্ষতা আৰু, অক্লান্ত পৰিশ্ৰমৰ ফল। কুজিডাঁহৰ সেই সময়ৰ নেতৃস্থানীয় লোকসকলৰ পৃষ্ঠপোষকতা আৰু তেওঁৰ ওপৰত থকা বিশ্বাসৰ লগতে শ্ৰীআনন্দ কলিতা,ˇহেমেন্দ্ৰ মেধি শ্ৰীকহিত দাস আদি শিক্ষকসকলৰ বিদ্যালয় পৰিচালনা কৰা সক্ৰিয় সহযোগিতাই যথেষ্ট বৰঙনি যোগাইছিল।

কিন্তু এইটো কথা পৰিষ্কাৰ যে শেহতীয়াকৈ নিৰ্মিত বিজ্ঞানাগাৰটোত ৰাজ্যৰ বিভিন্ন ব্যক্তিৰ পৰা দান বৰঙনি সংগ্ৰহ কৰাৰ লগতে বৃত্তি পোৱা ছাত্ৰ-ছাত্ৰী আৰু উচ্চতৰ মাধ্যমিকৰ প্ৰথম অৱস্থাত নিয়োজিত কিছু শিক্ষকৰ পৰা দান সংগ্ৰহ আৰু নগাওঁ টাউনৰ বিভিন্ন ব্যৱসায়ীৰ পৰা গৃহনিৰ্ম্মানৰ সামগ্ৰী কালীয়নে লৈ প্ৰয়াত বৰাদেৱে চৰকাৰৰ কোনো অনুদান নোলোৱাকৈ প্ৰায় তিনি লক্ষ্যাধিক টকা সংগ্ৰহ কৰি সু-বৃহৎ বিজ্ঞানাগাৰ নিৰ্ম্মান কৰা কাৰ্য্যই স্বৰ্গীয় বৰাদেৱৰ কৰ্ম্ম যোগৰ স্বাক্ষৰ উত্তৰ পুৰুষলৈকে বহন কৰিব।

প্ৰধানতঃ কুজীডাঁহ উচ্চতৰ মাধ্যমিক বিদ্যালয়খনিৰ সৰ্ব্বাংগীন উন্নতিৰ ওপৰত ভিত্তি কৰি আৰু বিভিন্ন অনুষ্ঠান প্ৰতিষ্ঠান পৰিচালনাত যোগোৱা আশাশুধীয়া বৰঙনিৰ যোগ্যতাৰ প্ৰমান স্বৰূপে ৰাজ্যিক চৰকাৰে তেখেতক কৃতী শিক্ষকৰ পুষ্কাৰেৰে সন্মানিত কৰে। ৰাজনৈতিক দৃষ্টিভঙ্গীৰ তুলাচনী খনিৰ মেৰ পাকত নপৰা হলে ৰাষ্ট্ৰীয় পুৰষ্কাৰ পোৱাৰো অৰ্হতা বৰাদেৱৰ নিশ্চয় আছিল।

উত্তৰ কামৰূপৰ পুৰনি ভবানীপুৰত মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱৰ ধৰ্ম্মীয় উত্তৰাধিকাৰী আৰু প্ৰিয়তম শিষ্য শ্ৰীশ্ৰী গোপালদেৱ আটা পুৰুষৰ কৰ্ম্ম আৰু ধৰ্ম্মক্ষেত্ৰত নিঃশ্চিহ্ন হৈ যোৱা থান নিৰ্ম্মানৰ প্ৰধান সম্পাদকৰূপে কাৰ্য্যনিৰ্ব্বাহ কৰি ১৯৬৭ চনৰ পৰা ভবানীপুৰ থানৰ মুল কীৰ্তন ঘৰ সজাৰ কামত জড়িত হৈ সংগঠন সম্পাদকদ্বয় ˚শুকদেৱ মহন্ত, শ্ৰীপ্ৰফুল্ল হাজৰিকাৰ জৰিয়তে উজনি অসম উত্তৰ দক্ষিণ দুই পাৰত শাখা কমিটি সংগঠন কৰাই ধন সংগ্ৰহৰ ব্যৱস্থা কৰি প্ৰয়াত ˚জয় বৰা, ˚হেম হাজৰিকা, ˚কমলা হাজৰিকা, ˚হল বৰা আদি বয়োজ্যেষ্ঠ লোকসকলৰ জৰিয়তে সুদুৰ ভবানীপুৰত বিৰাট কীৰ্তন ঘৰ প্ৰতিষ্ঠা কৰা কাৰ্য্যই প্ৰয়াত বৰাদেৱৰ লগতে স্থানীয় ৰাইজৰ শ্ৰীশ্ৰীগোপালদেৱৰ প্ৰতি থকা একনিষ্ঠ ভক্তিৰ স্বাক্ষৰ বহন কৰি যাউতিযুগীয়া স্মৃতিৰক্ষা কৰিলে।

কালবৰ দুৰৱীয়া বৰুৱাৰ ঘৰৰ একান্ত ভক্ত ˚নাৰদ ৰাপৰ ভতিজা, একান্ত ভকত ˚ভৈৰব বৰাদেৱৰ প্ৰথমা কন্যা ˚লক্ষনা স্বৰ্গীয় বৰাদেৱৰ মাতৃ। এওঁৰ হুকুমত হাউলীত গড়কাপ্তানি বিভাগৰ S.D.O হৈ থকা সময়ত মাতৃ আজ্ঞা পালন কৰি কনিষ্ঠ পুত্ৰ শ্ৰীৰোহিনী বৰাই শ্ৰীগোপালদেৱৰ পয়ানৰ থান কালবনাৰত পূৰ্ব্বৰ মনিকূটৰ ঠাইতে এটি পজাঁ দল নিৰ্ম্মান কৰি দি তেওঁৰ মাতৃ দেৱী আৰু নিজৰ গুৰু ভক্তিৰ নিদৰ্শন যাউতি যুগীয়া কৰে। সেই একেসময়তে কুজীডাঁহ শ্ৰীমন্ত শংকৰ চ'ৰা, আৰু হাতীচোং স্বাস্থ্যকেন্দ্ৰ নিৰ্ম্মান কাৰ্য্যৰো সম্পাদক সভাপতি আদি দায়িত্বৰো মুখ্য ভূমিকা লৈ কৰ্ত্তব্য পালন কৰা আৰু বিভিন্ন

ৰাজহুৱা উৎসৱ পাৰ্ব্বন আদিত ( গাৱঁত অনুষ্ঠিত হোৱা) সভাপতি, উপদেষ্টা, কাৰ্য্যকৰী সভাপতিৰ বাব লৈ নিষ্ঠাৰে কৰ্ত্তব্য পালন কৰাৰ ভূমিকাই এই ব্যক্তি জনৰ অসাধাৰণ কাৰ্য্যদক্ষতাৰ আহিঁ উঠি অহা যুবকসকলৰ আদৰ্শ হলেহে প্ৰয়াত কৰ্ম্ম যোগী গৰাকীক প্ৰকৃত সম্মান জনোৱা হ'ব।

অসমৰ ভিতৰতে মহাপুৰুষীয়া কলা সংস্কৃতিত আগবঢ়া বুলি খ্যাতি থকা এই কুজীডাঁহৰ মহাপুৰুষীয়া কলা সংস্কৃতিৰ ওজা, শিল্পী, সত্ৰীয়া নৃত্য কলা আৰু গীত বাজনাৰ গৱেষক প্ৰয়াত খগেন ভূঞা বৰাৰ পয়ানৰ ডেৰমাহৰ পিচতে মহাপুৰুষীয়া গীত, ৰাগ, ৰাগিনীৰ সু-গায়ক, এসময়ৰ ৰাসৰ শ্ৰীকৃষ্ণৰ ভাও দি অঞ্চলতে চমক লগাই আলোড়নৰ সৃষ্টি কৰোতা, মহাপুৰুষীয়া কলা কৃষ্টিৰ প্ৰতি বিশেষ ভাবে ৰাপ থকা ব্যক্তি শ্ৰদ্ধেয় বৰাদেৱৰ পৰলোক প্ৰাপ্তিত অকুল কুজীডাঁহৰে নহয় সমগ্ৰ ৰাজ্যখনৰে অশেষ ক্ষতি হল বুলি ধাৰণা হয়। বৰাদেৱ আৰু কুজীডহীয়া লোকসকল যে মহাপুৰুষীয়া ধৰ্ম্ম-সংস্কৃতিৰ একান্ত সাধক তাৰ সাক্ষ্য বহন কৰিছে ১৯৭৭ চনত ৰাজ্যখনৰ ভিতৰতে সৰ্ব্বপ্ৰথম অঙ্কীয়া নাট অভিবৰ্ত্তনে । এই মহোৎসব ৫ দিন জুৰি অনুষ্ঠিত কৰা কাৰ্য্যই নগাওঁ জিলা আৰু মাজুলী কমলাবাৰী সত্ৰৰ শিল্পীসকলৰ দ্বাৰা অভিনীত অঙ্কীয়া নাট অভিনয়ৰ প্ৰতিযোগিতা আৰু অসমৰ খ্যাত অখ্যাত বহু লিখকৰ ধৰ্ম্ম সংস্কৃতিৰ আধাৰত লিখা তত্ত্বগধূৰ প্ৰবন্ধ সমূহেৰে অসমীয়া, হিন্দী, ইংৰাজী ৩ টা ভাষাত প্ৰকাশ কৰা বিৰাট স্মৃতিগ্ৰন্থ আৰু ৫২৮ শঙ্কৰাব্দত ৯ দিন জুৰি উদযাপন কৰা ৰাসোৎসৱৰ সোনালী জয়ন্তী মহোৎসৱত কন কন শিশু শিল্পীসকলৰ পৰা ৬০।৭০ বছৰীয়া বৃদ্ধসকললৈ থকা নাট্য প্ৰেমী শিল্পীসকলৰ বয়সৰ স্তৰ অনুযায়ী ৰাসৰ উপৰিও বিভিন্ন নাটৰ অঙ্কীয়া ৰূপৰ অভিনয় পৰিবেশন আৰু এই অনুষ্ঠানত প্ৰকাশিত স্মৃতিগ্ৰন্থ খনিয়ে।

অংকীয়া নাট অভিবৰ্তন মহোসৱৰ সভাপতি সেই সময়ৰ সাংসদ শ্ৰীবিষ্ণু প্ৰসাদ ডাঙৰীয়া। কাৰ্য্যকৰী সভাপতি, প্ৰথম উপসভাপতি আৰু প্ৰধান সম্পাদক ক্ৰমে প্ৰয়াত বৰা, এই লিখক আৰু প্ৰয়াত ভূঞা বৰাদেৱ।

ৰাসৰ সোনালী জয়ন্তীৰ পৰিচালনা সমিতিৰ সভাপতি, কাৰ্য্যকৰী সভাপতি আৰু সম্পাদক ক্ৰমে প্ৰয়াত বৰাদেৱ শ্ৰীপ্ৰফুল্ল হাজৰিকা আৰু শ্ৰীইন্দ্ৰ বৰা।

ইমান বিলাকৰ উপৰিও ১৯৪৫ চনৰে পৰা কুজীডাঁহত একেলেঠাৰীয়ে কেবা দিনীয়াকৈ উদযাপন কৰা মহাপুৰুষ গুৰুজনাৰ আবিৰ্ভাব মহোৎসৱ

পৰিচালনা সমিতি আৰু নবৈ দশকৰ আৰম্ভনীৰ পৰা কুজীডাঁহত উদ্‌যাপন কৰা শিল্পী দিবস, বাপুজী দিবস আৰু বিহু উৎসৱ সমূহতো উপদেষ্টা, সভাপতি আদিৰ ভূমিকাৰে কাৰ্য্য চলোৱা আৰু ৮৭ চনৰে পৰা মৃত্যুৰ আগ মুহূৰ্তলৈকে নিৰ্মীয়মান অৱস্থাত থকা মহাবিদ্যালয়ৰ সম্পাদক আৰু কুজীডাঁহ যুৱীয়া নামঘৰ পুনৰ নিৰ্মান কমিটিৰ সভাপতিৰ গধুৰ দায়িত্ব গত তিনি বছৰ ধৰি লৈ নিৰ্মানৰ উদ্যোগ পৰ্ব্ব আৰম্ভ কৰা কৰ্ম্মৰাজিয়ে এই অক্লান্ত কৰ্ম্মযোগী গৰাকীৰ কৰ্ম্মসাধনাৰ ঐকান্তিকতা ভৱিষ্যত পুৰুষৰ আদৰ্শ স্বৰূপ স্বাক্ষৰ।

ইমান বিলাক বাজহুৱা কামৰ গধুৰ দায়িত্ব লৈও বিশেষকৈ বাৰশ ছাত্ৰ-ছাত্ৰী আৰু ৮০ জনীয় শিক্ষক কৰ্ম্মচাৰী যুক্ত এখন পূৰ্ণাঙ্গ উচ্চতৰ মাধ্যমিক বিদ্যালয় জাকত জিলিকা কৰি গঢ়ি তোলা আৰু নিয়াৰিকৈ পৰিচালনা কৰা মহান কাৰ্য্যৰ মাজতে হাতীচোং সমবায় খনি কুজীডাঁহত প্ৰতিষ্ঠা কৰি ৭।৮ বছৰ সভাপতিৰ দায়িত্ব নিখুটভাৱে পৰিচালনা কৰা কাৰ্য্যই প্ৰয়াত বৰাদেৱৰ অসাধাৰণ কাৰ্য্যদক্ষতাৰ প্ৰতিফলন ঘটাইছে। এই সকলো দায়িত্ব পালনত কৃতকাৰ্য্য হোৱাৰ গুৰিতে স্বৰ্গীয় বৰাদেৱৰ অমায়িক ব্যৱহাৰ, অসীম ধৈৰ্য্য, অক্লান্ত শ্ৰম, কৰ্ম্মপ্ৰেৰণা, মিষ্ট ভাষিতা, আৰু দুৰদৰ্শী গুণ আৰু সহকৰ্ম্মী সকলৰ প্ৰতি সজ ব্যৱহাৰ আৰু চানক্য শ্লোকৰ আধাৰত গঢ়ি তোলা প্ৰশাসনীয় দক্ষতা। *

---

* প্ৰয়াত কৰ্ম্মযোগী ৰামেশ্বৰ বৰাদেৱৰ সোঁৱৰণত নামৰ স্মৰণিকাত লিখকে পূৰ্বে প্ৰকাশিত প্ৰবন্ধটি সংক্ষেপ কৰি পুনৰ মুদ্ৰন কৰিবলৈ অনুমতি দিয়াত তেখেতলৈ আন্তৰিক কৃতজ্ঞতা থাকিল।

-প্ৰকাশিকা-

# সংস্কৃতিৰ সেৱক শিক্ষাব্ৰতী
# ৰামেশ্বৰ বৰা

তিলক চন্দ্ৰ মজুমদাৰ

শৰৎ কালৰ ৰাতি অতি বিতোপন, স্নিগ্ধ-পবিত্ৰ। মহাপুৰুষ শংকৰদেৱে প্ৰতিখন ঐতিহ্যপূৰ্ণ অসমীয়া গাঁৱত বৈকুণ্ঠৰ পতি শ্ৰীকৃষ্ণৰ ব্ৰজধামৰ বৃন্দাবনৰ ৰাসলীলাৰ চিত্ৰ জীৱন্ত কৰি ৰাখিছে তেওঁৰ 'কেলি গোপাল' নাটকৰ ভাওনা বা ৰাসক্ৰীড়াৰ অমৰচিত্ৰৰ জৰিয়তে। মহাপুৰুষৰ পদৰেণুৰঞ্জিত নগাঁও জিলাৰ বিভিন্ন গাঁৱৰ অসংখ্য নামঘৰত শৰতৰ পূৰ্ণিমাত ৰাস-ভাওনাৰ উলহ-মালহ, মাদকতা অবৰ্ণনীয়।

হাতীচোং মৌজাৰ কুঁজীডাহ যুৰীয়া নামঘৰৰ ৰাস- ভাওনাৰ কথা মানুহৰ মুখে মুখে। সেয়ে পবিত্ৰ ৰাস-পূৰ্ণিমাৰ নিশা নামঘৰত ৰাস-ভাওনাৰ দৃশ্য উপভোগ কৰিবলৈ সোমাই দেখিছো— এজন প্ৰায় পাঁচ ফুট ওখ, গোল মুখৰ মুকুতামণিৰ দৰে দাঁতৰ, সুঠাম দেহৰ লোকে ছটফটীয়া বালক শ্ৰীকৃষ্ণৰ নৃত্য শেষ কৰি 'অধৰে পঞ্চম পুৰি বেণু বজাইতে লাগল।' আচৰিত কথা পঞ্চম সুৰত বাঁহী বজোৱা সেইজন শ্ৰীকৃষ্ণ ভাওনাত চেমনীয় যেন লাগিলেও আচলেত সেইজন আছিল স্থানীয় বিদ্যালয়ৰ প্ৰধান শিক্ষক ( পিছলৈ অধ্যক্ষ) প্ৰায় দুকুৰি বছৰীয়া ৰামেশ্বৰ বৰাদেৱ। উল্লেখযোগ্য যে বেণুৰ সুৰ---- 'শুনিএ গোপীসৱ বিমোহিত হয়া শ্ৰীগোপালক সমীপ' পোৱা গোপীসবৰ প্ৰধান গোপীৰ বেশত অসংখ্য গোপীৰ শাৰীৰ পহিলা স্থানত নৃত্য কৰি প্ৰবেশ কৰিছে শ্ৰীকৃষ্ণ ভাওৰ বৰাদেৱতকৈ বয়সত আৰু দেখাত ডাঙৰ, ওখ-পাখ, সুশ্ৰী ২১ জুন' ৯৫'ত স্বৰ্গগামী হোৱা একে বিদ্যালয়ৰ শিক্ষক খগেন্দ্ৰনাথ ভূঞাবৰাদেৱ। সেয়া আছিল পঁচিশ বছৰ পূৰ্বৰ কথা। কুঁজীডাহৰ ৰাস-ভাওনাত শিক্ষিত-অশিক্ষিত, ল'ৰা-ডেকা, বয়সিয়াল পুৰুষে অংশগ্ৰহণ কৰাটো এক বিশেষত্ব। ৰাস-ভাওনাৰ সেই উদ্যম-ঐতিহ্য সদায় ৰক্ষা কৰাটো কাম্য।

কুঁজীডাহবাসী ৰাইজ আৰু দুয়োজনা শিক্ষকৰ সত্ৰীয়া সংস্কৃতিৰ চেতনাই আমাক আকৰ্ষণ কৰিলে। ইয়াৰ পিছত শিল্পী আৰু শিক্ষকৰূপে নানা ঠাইত সংস্পৰ্শলৈ আহো । তাৰ দুবছৰ পিছত কুঁজীডাহৰ ওচৰৰে জাজৰি

হাইস্কুলত মহাপুৰুষৰ তিথি উপলক্ষে পতা সভাত বিশিষ্ট অতিথি হিচাপে যোগদান কৰিবলৈ যাওঁতে ৰামেশ্বৰ বৰাদেৱৰ বক্তৃতাত 'ৰুক্মিণী হৰণ' অংকীয়া নাটৰ ভটিমা, বচন আৰু দুই-এফাঁকি বৰগীতৰ ৰাগ-সুৰ সুনি মুগ্ধ হৈ বুজিলো বৰাদেৱ সুন্দৰ অভিনেতা আৰু বৰগীত গায়ক। সেই একে উপলক্ষে (৩১ আগষ্ট '৭৩) 'কুঁজীডাহ হাইস্কুলত আয়োজন কৰা সভাত যোগদান কৰি ধূপ-দীপ, ভুৰা, বৰকাঁহ ধ্বনিৰে আৰম্ভ কৰা সভাৰ গাম্ভীৰ্যপূৰ্ণ পৰিবেশ দেখি আৰু অংশগ্ৰহণ কৰি বৰাদেৱৰ মহাপুৰুষীয়া ধৰ্ম, সাহিত্য, সংস্কৃতিৰ প্ৰতি একাগ্ৰতাৰ লগতে তেওঁৰ প্ৰশাসন আৰু ব্যক্তিত্ব দেখি মুগ্ধ হৈছিলো। বিদ্যালয়ৰ নতুনকৈ নিৰ্মাণ কৰা বিৰাট ভৱনটো সুশৃংখলতাৰে বহা ছাত্ৰ-ছাত্ৰীৰ উপৰি বয়সস্থ লোকেৰে লোকাৰণ্য হৈ পৰিছিল। সভাত বক্তৃতাৰ মাজে মাজে ছাত্ৰ-ছাত্ৰীৰ দ্বাৰা পৰিবেশন কৰা সত্ৰীয়া নৃত্য, বৰগীত, আবৃত্তি আদি উচ্চমানৰ আছিল।

১৯৭৭ চনৰ ফেব্ৰুৱাৰী মাহত নগাঁৱৰ কুঁজীডাহত নগাঁও জিলা অংকীয়া নাট অভিবৰ্তন অনুষ্ঠিত হৈছিল। অভিবৰ্তনৰ লগত জড়িত হৈ দেখিলো ৰামেশ্বৰ বৰাদেৱৰ কৰ্মতৎপৰতা, দৃঢ়তা আৰু অশেষ শ্ৰমপ্ৰচেষ্টাই অভিবৰ্তন কৃতকাৰ্য কৰি তুলিছিল। কিছুমান বিষয়ত তেখেতৰ লগত আমাৰ মতৰ অমিল ঘটিছিল যদিও তেখেতে আমাৰ সহায়-সহযোগ সকলো সময়তে বিচাৰিছিল। এইদৰেই সাংস্কৃতিক দিশেৰে বৰাদেৱৰ লগত সম্পৰ্ক গঢ়ি উঠিছিল।

স্থানীয় গ্ৰাম্য প্ৰাথমিক বিদ্যালয়ত প্ৰাথমিক শিক্ষা আৰম্ভ কৰি ১৯৪৮ চনত নগাঁও চৰকাৰী হাইস্কুলৰ পৰা প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ ১৯৫৩ চনত নগাঁও কলেজৰ পৰা স্নাতক ডিগ্ৰী লাভ কৰা ৰামেশ্বৰ বৰাই কুঁজীডাহ উচ্চ বিদ্যালয়ৰ প্ৰতিষ্ঠাপক প্ৰধান শিক্ষকৰূপে যোগদান কৰি বিদ্যালয়ৰ উন্নয়নকল্পে নানা ব্যৱস্থা হাতত লয়, যাৰ ফলত ১৯৭৭ চনত বিদ্যালয়খন উচ্চতৰ মাধ্যমিক বিদ্যালয়লৈ উন্নীত হয়। নিজৰ ঘৰখনৰ দৰে বিদ্যালয়খন জ্ঞান কৰিছিল আৰু সেয়ে ইয়াক এখন অসমৰ ভিতৰত অন্যতম বিদ্যালয়ৰূপে গঢ় দিব পাৰিছিল। ইয়াৰ বাহিৰেও কুঁজীডাহ স্বৰ্গীয় জয়ধন বৰা ছোৱালী উচ্চ বিদ্যালয়, হাতীচোং ছোৱালী বিদ্যালয় আদি প্ৰতিষ্ঠা কৰি কুঁজীডাহত উচ্চ শিক্ষা বিস্তাৰৰ কাৰণে তেখেতে কৰা আশাশুধীয়া প্ৰচেষ্টা চিৰস্মৰণীয় হৈ ৰ'ব।

হাতীচোং অঞ্চলৰ সামাজিক আৰু অৰ্থনৈতিক উন্নতিৰ কাৰণে হাতীচোং সমবায় সমিতি, হাতীচোং ৰাজ্যিক চিকিৎসালয় পূৰ্ণ পৰ্যায়ৰ চিকিৎসালয়লৈ ৰূপান্তৰিত কৰা, শ্ৰীমন্ত শংকৰ চ'ৰা কলা পৰিষদ, কুঁজীডাহ যুৱীয়া নামঘৰ আদিৰ লগত ওতঃপ্ৰোতভাৱে জড়িত হৈ থকাৰ উপৰি ভৱানীপুৰত

শ্ৰীশ্ৰীগোপালদেৱ থান নিৰ্মাণত ৰবাই অগ্ৰণী ভূমিকা লৈ ১৯৬৭ চনৰ পৰা মৃত্যু পৰ্যন্ত থান পৰিচালনা সমিতিৰ সম্পাদকৰূপে কাৰ্যনিৰ্বাহ কৰিছিল।

বৰাদেৱ অসম মাধ্যমিক শিক্ষা পৰিষদৰ সদস্য থকাৰ উপৰি অসম মাধ্যমিক শিক্ষক-কৰ্মচাৰীবৃন্দৰ তেৰ বছৰ কাল সম্পাদক আৰু কেবাবছৰো সভাপতিৰ পদ অলংকৃত কৰিছিল। নগাঁও জিলা অধিবিদ্যা পৰিষদ, অসম ৰাজ্যিক অধিবিদ্যা পৰিষদ আদি প্ৰতিষ্ঠানৰ লগত তেখেতৰ সম্পৰ্ক আছিল ওতঃপ্ৰোত। ১৯৮০ চনত কৃতিত্বপূৰ্ণ শিক্ষাসেৱাৰ বাবে অসম চৰকাৰৰ ৰাজ্যিক শিক্ষক বঁটা লাভ কৰে।

১৯৩১ চনৰ ১ এপ্ৰিলত স্বৰ্গীয় নন্দেশ্বৰ বৰাৰ পত্নী স্বৰ্গীয় লক্ষণা বৰাৰ গৰ্ভত জন্মলাভ কৰা কৰ্মব্যস্ত ৰামেশ্বৰ বৰাদেৱে পত্নীসহ দুগৰাকী কন্যা সন্তান ইহসংসাৰত এৰি থৈ ১৯৯৫ চনৰ ৬ আগষ্টত হাতীচোং কুঁজীডাহ অঞ্চলৰ জনগণক কন্দুৱাই নৰ-নাটৰ সামৰণি পেলায়। সমাজ, শিক্ষা আৰু সংস্কৃতিৰ সেৱাৰে জীৱন ধন্য কৰি তোলা ৰামেশ্বৰ বৰাদেৱৰ স্বৰ্গগত আত্মাৰ সদ্‌গতিৰ বাবে ভগবানৰ ওচৰত প্ৰাৰ্থনা জনালো। *



---

* প্ৰবন্ধটি পূৰ্বতে 'আজিৰ বাতৰি' কাকতত প্ৰকাশিত

-প্ৰকাশিকা-

# জীৱন যজ্ঞ ঃ ৰামেশ্বৰ বৰাৰ স্মৰণত

তিলক হাজৰিকা

গীতাত যজ্ঞ বোলা কথা এষাৰ আছে। যাৰ অৰ্থ আমি সাধাৰণভাৱে বুজি অহাতকৈ গভীৰ আৰু ব্যাপক। মুঠতে আমি ইয়াকে ক'ব পাৰো, মহৎ ত্যাগ আৰু অৰ্পণৰ প্ৰতি ধ্যান বুলি। জীৱন যাৰ স্বকীৰ্ত্তিৰে কীৰ্তিত হয় তেওঁৰ ধ্যানেৰেহে যজ্ঞ হ'ব পাৰে। কথাষিনি মোৰ মনলৈ আহিছে সিদিনা মোৰ এজন ভ্ৰাতৃসদৃশ শ্ৰীৰামেশ্বৰ বৰাৰ আকস্মিক মৃত্যুত। তেওঁ প্ৰচলিত অৰ্থৰ কোনো খ্যাতিমান ডাঙৰ নেতা বা ডাঙৰ মানুহ নহয়। তেওঁ আছিল নগাঁও জিলাৰ হাতীচোং অঞ্চলৰ জনসাধাৰণৰ অতি প্ৰিয় এজন সবল সমাজকৰ্মী আৰু শিক্ষক-সাধক। আজীৱন শিক্ষা-সংস্কৃতি আৰু লোকসেৱাৰ বাবে নগাঁও জিলাত বহুলভাৱে পৰিচিত এই লোকজনৰ মাত্ৰ ৬৪ বছৰ বয়সতে জীৱনাৱসান হোৱাত মোৰ বা আমাৰ দৰে অক্ষম কিছুমান মানুহ সমাজত অসাৰ্থকভাৱে বৈ যোৱাৰ বাবে মাথোন খেদ কৰিব পাৰো এইবুলি যে য'ত চুৰি-ডকাইতিয়েই হৈছে দেশৰ চৰকাৰী সেৱা, ৰাষ্ট্ৰপোষ্য গুণ্ডামি আৰু মাফিয়াগিৰিয়েই হৈছে দেশৰ স্বীকৃত ৰাজনীতি হত্যাকাৰী আৰু প্ৰৱঞ্চকসকলেই হৈছে ৰাইজৰ প্ৰকৃত প্ৰতিনিধি, তাত সমাজৰ চকুত নপৰা কিছুমান ঠাইত একোজন ৰামেশ্বৰ বৰাৰ দৰে নীৰৱ সমাজকৰ্মী, একোজন হলধৰ ভূঞাৰ দৰে পৰম কৰুণাময় লোকসেৱক বা একোজন খৰ্গেশ্বৰ গোস্বামীৰ দৰে গ্ৰাম্য অৰ্থনীতিৰ সংগঠক সমবায়-সেৱকৰ প্ৰয়োজন কেতিয়াকৈ হ'ব এই সমাজত ? হলধৰ ভূঞাৰ স্মৰণত লিখিছিলো যে অসমত যদি হলধৰ ভূঞাৰ দৰে লোক এশজনো থাকিলহেঁতেন তেনেহ'লে আজিৰ সমাজৰ স্বৰূপেই সলনি হৈ গ'লহেঁতেন। কলিয়াবৰৰ শিক্ষাব্ৰতী খৰ্গেশ্বৰ গোস্বামীয়ে সংগঠিত কৰা সমবায় বেংকৰ সুফল ভাৰতৰ সমবায় সংগঠনসমূহৰ ভিতৰতে অগ্ৰণী আৰু প্ৰাচীন আৰু এতিয়াও সি সক্ৰিয় যদিও অসমত কেইজনে তাৰ খবৰ ৰাখে ? সেইদৰে নগাঁৱৰ বিখ্যাত হাতীচোং অঞ্চলৰ কুঁজীডাহত এজন অপেক্ষাকৃত কম বয়সীয়া শিক্ষাকৰ্মী ৰামেশ্বৰ বৰাই নিজৰ এক অদ্ভুত তপস্যাসদৃশ সেৱাৰে যিদৰে কেৱল একাধিক উচ্চ শিক্ষানুষ্ঠান গঢ়ি তোলাতে এক জ্বলন্ত উদাহৰণ হৈ থাকিব। কোৱা শুনিছো, বিদ্যোৎসাহী দেৱকান্ত বৰুৱাই হেনো তেওঁৰ ঠাইৰ গৌৰৱ কৰিবলৈ প্ৰায়ে কয়, 'দেশৰ ভিতৰতে গাঁৱলীয়া অঞ্চলৰ চাবলগীয়াকৈ গঢ়ি উঠা এখন শিক্ষানুষ্ঠান

যদি চাব খোজা, তেন্তে হাতীচোঙৰ কুজীদাহ উচ্চ মাধ্যমিক বিদ্যালয় চাবলৈ যোৱা।" নিঃস্বাৰ্থ শ্ৰম আৰু একনিষ্ঠ কৰ্মৰ সাক্ষীস্বৰূপ এই স্কুলখন। দেশৰ অন্যান্য প্ৰতিষ্ঠিত চৰকাৰী বা বেচৰকাৰী স্কুলৰ সৈতে ফেৰ মাৰিব পৰাকৈ পৰিপূৰ্ণ ঘৰ-দুৱাৰ, পাঠাগাৰ, বিজ্ঞানাগাৰ আদিকে ধৰি কি নাই এই গাঁৱলীয়া স্কুলখনত? আৰু এই সকলোবোৰৰে আঁৰত আছে ১৯৫৪ চনৰ পৰা প্ৰতিষ্ঠাপক প্ৰধান শিক্ষক হিচাপে থাকি ১৯৮৯ চনত অৱসৰ গ্ৰহণ কৰা অক্লান্ত শিক্ষাব্ৰতী ৰামেশ্বৰ বৰা। এয়েই হৈছে সেই যজ্ঞ।

মই ৰামেশ্বৰ বৰাৰ কথা ক'বলৈ গৈহে প্ৰসংগক্ৰমে দুজন মাত্ৰ নমস্য যাজ্ঞিকৰ নাম ল'লো যদিও তেনেকুৱা আৰু অনেকজন আমাৰ মাজত আছিল বা এতিয়াও আছে। আমাৰ মাজত সমাজ বা ৰাষ্ট্ৰ ব্যৱস্থা বোলা আজিৰ এই নৰকখনৰ পৰা মানুহৰ প্ৰমূল্যক উদ্ধাৰ কৰিবলৈ নীৰৱে যি সততে যজ্ঞ কৰি যোৱা সেইসকলে কাৰো গুণ গ্ৰহণ নকৰিও সেইদৰে যজ্ঞ কৰি আছে আৰু কৰি থাকিব। তথাপি আমি গুণগ্ৰাহী হ'ব নোৱাৰাৰ লজ্জা আৰু খেদৰ পৰা মুক্ত হ'ম কেনেকৈ? মই ৰামেশ্বৰ বৰাক সেই দৃষ্টিকোণৰ পৰাহে এটা বিষয় হিচাপে লৈছো। এজন আত্মত্যাগী আজীৱন শিক্ষাব্ৰতী আৰু লগতে সদৌ অসম হাইস্কুল শিক্ষক সন্থাৰ একাধিকবাৰৰো সভাপতি ৰামেশ্বৰ বৰাৰ নাম হেনো ৰাষ্ট্ৰীয় শিক্ষকৰ বঁটাৰ বাবেও নাকচ কৰা হৈছিল। আৰু এই ঘটনা অগপ আৰু কংগ্ৰেছ চৰকাৰৰ আমোলত দুবাৰ হোৱা বুলিও মই শুনিছোঁ। আমাৰ প্ৰতিষ্ঠিত ব্যৱস্থাত ইয়াত আচৰিত হ'বলগীয়া কথাও নাই, যিহেতু শিক্ষাদান নকৰাকৈ থকা বা মন্ত্ৰীৰ দালালী কৰা তথাকথিত শিক্ষকেই আজিৰ পুৰস্কৃত হ'ব পৰা আদৰ্শবান শিক্ষক।

ৰামেশ্বৰ বৰাই ইয়াৰ বাবে কিবা অভিযান কৰিছিল নে নাই, মই গম নাপাওঁ। বোধহয় কৰা নাছিল। কাৰণ প্ৰকৃত যোগীৰ ধ্যানান্তৰৰ অৱসৰ ক'ত? মই শেহতীয়াভাবে তেওঁক 'সাদিন'ৰ কাৰ্যালয়ত লগ পাওঁতে তেওঁৰ স্বাস্থ্যৰ প্ৰায় ভগ্নদশা যদিও তেওঁৰ প্ৰসন্ন ব্যক্তিত্ব, চকুমুখৰ ঔজ্জ্বল্য আৰু মনত দৃঢ়তা অটুট আছিল। তেতিয়া তেওঁ হাতীচোঙত এখন কলেজ স্থাপনৰ কামতো সেই একেদৰেই আত্মহাৰা। এই মহাবিদ্যালয়খনো হ'ব লাগিব গাঁৱলীয়া অঞ্চলৰ জাকত জিলিকা প্ৰকৃত উচ্চ শিক্ষানুষ্ঠান। মই তেওঁৰ মনৰ সপোন পঢ়িবলৈ যত্ন কৰিছিলো। তাত যেন লিখা আছিল যে শিক্ষা আৰু সংস্কৃতি ভাৰতৰ দৰে এখন পুঁজিবাদী গাঁথনিৰ ৰাষ্ট্ৰত কেৱল নগৰীয়া ভোগবাদী আৰু আত্মসাৎকাৰী [illegible] গতিবান সমাজতে আবদ্ধ থাকব নালাগিব, ইয়াক ততোধিক ক্ষিপ্ৰ

গতিৰে 'মানুহৰ দেশ' গাঁও-ভূঁইলৈ উটুৱাই লৈ যাব লাগিব। সেইটোৱেই হ'ব আচল সমাজ বিপ্লৱ। এই বিপ্লৱবোৰ কৰিবলৈ সংসদী কলাক্ষেত্ৰ নালাগে কিম্বা বন্দুক-বাৰুদো নালাগে, লাগে মাত্ৰ নীৰৱ কিন্তু সুদৃঢ় অভিযাত্ৰা, আৰু যিবোৰ অভিযন্তাৰ মায়া সৃষ্টি কৰিবলৈও কোনো অশিক্ষিত মন্ত্ৰীৰ দ্বাৰা লাখ লাখ টকীয়া মেলা আৰু টেলিভিছনত আত্মপ্ৰচাৰ নালাগে। 'মানুহৰ দেশ'ৰ সবাতোকৈ প্ৰয়োজনীয় আৰু অগ্ৰিম এই সমাজ বিপ্লৱটোৰ কথাকেই জানো ভাৰতৰ চিৰযুৱ বিপ্লৱী বিবেকানন্দই কৈ যোৱা নাই ?

কিন্তু ৰামেশ্বৰ বৰা নামৰ মানুহজন কোনো বিবেকানন্দ নহয় বা তেনে হ'বলৈ যোৱা ব্যক্তিও নহয়। তেওঁক 'মানুহৰ দেশ' নিৰ্মাণৰ এজন খ্যাতিহীন শিল্পী বুলিয়েই চিনাক্ত কৰিব খুজিছো এই কাৰণেই যে তেনেকুৱা আৰু অসংখ্য শিল্পী আমাৰ এইখন গেলি-পচি যোৱা সমাজতে নিজৰ সৃষ্টিৰ আনন্দত আপোনমনা হৈ আছে। আমি আজি তেওঁলোকক চিনি পোৱাৰ আৰু সমাজ পৰিবৰ্তনৰ ঘণ্টাধ্বনিৰ দিশবোৰ নিৰ্ণয় কৰাৰো প্ৰয়োজন হৈ পৰিছে। এটা কথা জানিবলৈ পাই মোৰ মনটো বৰ ফৰকাল লাগিছে যে তেনেকুৱা ঘণ্টাধ্বনিৰ দিশ নিৰ্ণয়তে বোধহয় সিদিনা ৰামেশ্বৰ বৰাৰ মৃত্যুৰ সংবাদে নগাঁৱৰ সেই সমগ্ৰ অঞ্চলটোৰ জনসাধাৰণক জোকাৰি পেলালে। মই জনাত কোনো এটা বিতৰ্কিত ৰাজনৈতিক দলৰ অন্তৰ্গত বুলি হয়তো তেওঁৰ পৰিচয় আছিল। কিন্তু তেনে কোনো ৰাজনৈতিক পৰিচয়ৰ বাছ-বিচাৰ হেৰুৱাই হেজাৰ হেজাৰ গুণগ্ৰাহীয়ে আহি এজন নীৰৱ সমাজ বিপ্লৱীৰ প্ৰতি শ্ৰদ্ধা জনাই তেওঁৰ মৰদেহ সমগ্ৰ অঞ্চলতে কঢ়িয়াই লৈ ফুৰালে আৰু নিজ নিজ অঞ্চলত সৎকাৰৰো আগ্ৰহ প্ৰকাশ কৰিলে। অৱশেষত তেওঁৰ জীৱনকীৰ্তি কুঁজীদাহ উচ্চতৰ মাধ্যমিক স্কুলৰ চৌহদত থকা শ্বহীদবেদীৰ সমীপতে শেষকৃত্য সমাপন কৰা হ'ল।

নগাঁৱৰ ইতিহাসত বিপ্লৱৰ পতাকা বহনকাৰী হিচাপে হাতীচোং অঞ্চলটোৰ এটা বিশেষ স্থান আছে। সেই পৰম্পৰা অঞ্চলটোৰ আজিৰ অগ্নিগৰ্ভা পৰিস্থিতিৰ পৰিপ্ৰেক্ষিততো যুৱ-ছাত্ৰ সমাজত বৰ্তমান বুলি সকলোতে জনাজাত। ৰামেশ্বৰৰ মৃত্যুৰ সংবাদৰ ঘটনাক্ৰমত মই ইয়াৰ পৰা যেন অনুভৱ কৰিবলৈ সক্ষম হ'লো যে তেওঁলোকৰ প্ৰিয় শিক্ষক এজন মানুহৰ শিক্ষকলৈ ৰূপান্তৰিত হ'ল। জীৱন এটা যজ্ঞ হ'ল। *

■ ■ ■ ■ ■

---

* প্ৰবন্ধটি পূৰ্বতে 'অসমীয়া প্ৰতিদিন' কাকতত প্ৰকাশিত

-প্ৰকাশিকা-

# সহপাঠী, সহকৰ্মী বন্ধুবৰ ৰামেশ্বৰ বৰা

ৰোহিত চন্দ্ৰ বেজবৰুৱা

অৱসৰপ্ৰাপ্ত অধ্যক্ষ

প্ৰাথমিক বিদ্যালয়ৰ বৃত্তি পৰীক্ষা দি ১৯৪০ চনৰ প্ৰাৰম্ভতে বেবেজীয়া মাইনৰ স্কুলৰ "ক্লাচ থ্ৰি"ত নাম লগাওঁ। কুকুৰাবাহী প্ৰাথমিক বিদ্যালয়ৰ নৰ্ম্মাল পাচ প্ৰধান শিক্ষক ৺চেনাৰাম শৰ্ম্মা মহাশয়ৰ নিখুঁত পাঠ দানেৰে আমি বৃত্তি পৰীক্ষাত সফল হোৱাৰ উপৰি মাধ্যমিক স্তৰৰ পাঠ্যক্ৰমতো আগবাঢ়ি আছিলোঁ। বাকী বিষয়বোৰ সহজ হৈ থকাত ইংৰাজী বিষয়টোত বিশেষ গুৰুত্ব দিবলৈ সক্ষম হ'লোঁ। সেই সময়ৰ পাঠ্য-পুথি "কিং প্ৰাইমাৰ" খন মুখস্থই হৈ গৈছিল। প্ৰধান শিক্ষক ৺ভদ্ৰ বৰা চাৰৰ "কনভাৰ্চেচন" পিৰিয়দত ইংৰাজীত কথা ক'ব পৰাও হৈছিলোঁ। বছৰৰ শেষত সকলো বিষয়তে ভাল নম্বৰেৰে পিছৰ শ্ৰেণীলৈ প্ৰথম হৈ প্ৰমোচন পাইছিলোঁ।

উল্লেখযোগ্য যে সেই সময়ত প্ৰাথমিক বিদ্যালয়ত তৃতীয় শ্ৰেণীলৈকে আছিল। "ক্লাচ থ্ৰি" নাম লৈ এম্ ই বা হাইস্কুলতো সেই শ্ৰেণীটো আছিল। এম্ ভি পাচ কৰা ছাত্ৰই পঞ্চম শ্ৰেণীত (ক্লাচ্ ফাইভত) নাম লগাব লাগিছিল। এইদৰে কেৱল ইংৰাজী বিষয়টোৰ বাবেই সময়ৰ অপচয় হৈছিল।

প্ৰাথমিক বিদ্যালয়ৰ বৃত্তি পৰীক্ষা দি ৺ৰামেশ্বৰ বৰাই হাতীচোং মজলীয়া স্কুলৰ চতুৰ্থ শ্ৰেণীত ভৰ্তি হয়। পঞ্চম মানলৈ প্ৰথম হৈ প্ৰমোচন পায় যদিও ইংৰাজী শিকাৰ অদম্য আগ্ৰহত ১৯৪১ চনত বেবেজীয়া মাইনৰ স্কুলৰ "ক্লাচ ফ'ৰ"ত নাম লগায়। বাকীবোৰ বিষয় আগৰ স্কুলতে আয়ত্ত কৰি অহা বাবে ৰবাইও ইংৰাজী বিষয়টোত মনোযোগ দিয়ে। ৰবাই "কিং প্ৰাইমাৰ"কে ধৰি "ক্লাচ থ্ৰি"ৰ ইংৰাজী পাঠ্যক্ৰম পঢ়ি ল'ব লগা হয়।

ছাত্ৰসংখ্যা বৃদ্ধি পোৱাত বেবেজীয়া মাইনৰ স্কুলৰ তল শ্ৰেণীত দুটাকৈ শাখা হয়। মই ক-শাখাত আছিলোঁ। কুকুৰাবাহীস্কুলত পঢ়ি একেলগে বৃত্তি পোৱা গোদাবৰড়ীৰ মহেশ্বৰ বৰা খ- শাখাত পৰে। সেই সময়ত এম্ ভিৰ পৰা অহা সকলক 'ক' শাখাত দিয়া নিয়ম আছিল। সেই বাবে ৰামেশ্বৰ বৰাকো 'ক' শাখাত দিয়ে।

আমি দুয়ো হাতীচোঙৰে যদিও তেতিয়ালৈকে আমাৰ চিনা-পৰিচয় নাছিল। বৰা, বৰ শান্ত স্বভাৱৰ ল'ৰা। ময়ো হৈ, চৈ ভাল নাপাওঁ। সেয়েহে কেইদিনমানৰ ভিতৰতে বৰাৰ লগত মোৰ আত্মীয়তা গঢ়ি উঠিল। আজৰি সময়ত আমি চিঞৰ-বাখৰ নকৰি পঢ়া-শুনাৰ আলোচনা কৰোঁ। তেনে আলোচনাৰ দ্বাৰা দুয়ো উপকৃত হৈছিলোঁ। বৰাৰ ইংৰাজীৰ ঘাটিও পূৰণ হৈ গ'ল।

১৯৪১ চনত বেৰেঙীয়াত হাইস্কুল আৰম্ভ হয়। প্ৰধান শিক্ষক প্ৰমুখ্যে কেইবাজনো স্নাতক শিক্ষক স্কুললৈ আহে। ১৯৪২ চনত আমি দুয়ো পঞ্চমমানলৈ ভালদৰে প্ৰমোচন পাওঁ। নতুনকৈ অহা স্নাতক শিক্ষক ' ৰবি বৰা চাৰে সেই শ্ৰেণীত ইংৰাজী পঢ়াবলৈ ল'লে। চাৰৰ ইংৰাজীত ভাল দখল আছিল। অকণো 'খোকোজা নলগাকৈ ইংৰাজী ক'ব পাৰে। "The" টোক চাৰে "দ্যা" উচ্চাৰণ কৰিছিল। চাৰৰ প্ৰশ্নবোৰ ইংৰাজীতে যথাযথ উত্তৰ দিব পৰা বাবে আমি দুয়ো চাৰৰ প্ৰিয়পাত্ৰ হৈছিলোঁ।

'৪২ চন, ভাৰতৰ স্বাধীনতা আন্দোলনৰ ভৰপক। গৰমৰ বন্ধৰ আগলৈকে স্কুলত পঢা-শুনা হ'ল যদিও বন্ধৰ পিছত আগষ্ট মাহৰ পৰা পঢ়া-শুনা বন্ধ হৈ গ'ল। '৪২ ৰ ৮ আগষ্টত কংগ্ৰেছে ভাৰত ত্যাগ প্ৰস্তাৱ গ্ৰহণ কৰে। লগে লগে গোটেই ভাৰতৰ লগতে অসম তথা নগাঁৱতো আন্দোলন পূৰ্ণ-গতিত চলিল। ১৫ আগষ্টৰ নিশা বেৰেঙীয়াৰ ওচৰৰ 'ট্ৰাংক ৰোডৰ' কাঠৰ দলং এখন পুৰি পেলায়। পিছদিনা মিলিটেৰীয়ে ওচৰৰ গাঁৱৰ লোকসকলক ঘৰৰ পৰা লৈ যায়। শ্ৰেণী নবহিলেও চাৰ সকল স্কুললৈ আহি আছিল। তেখেত সকলকো মিলিটেৰীয়ে স্কুলৰ পৰা উলিয়াই নিয়ে। স্কুল অনিৰ্দিষ্ট কালৰ বাবে বন্ধ হৈ যায়। সেই সময়তে কোনোবাই স্কুল ঘৰো পুৰি পেলায়। কেউফালে আন্দোলনৰ ঢৌ। আমাৰো কিতাপ-পত্ৰৰ লগত সম্বন্ধ নাই। আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰিব নোৱাৰিলেও আমিও খদ্দৰ পৰিহিত স্বেচ্ছাসেৱক-সকলৰ শোভাযাত্ৰাৰ পিছত গৈ সভা-সমিতিত অংশ গ্ৰহণ কৰিছিলোঁ। সিবিলাকে গোৱা দেশপ্ৰেমমূলক গীতবোৰ আমিও গাইছিলোঁ। আমি গান্ধী পথাৰত আৰু বৰাই কুঁৱৰীদাহ অঞ্চলৰ সভাত যোগ দিছিল। বৰা স্বেচ্ছাসেৱক হোৱা বুলিও এঠাইত লিখিছে।

আন্দোলন কিছু শাম কটাত অঞ্চলৰ বাইজে খেৰ-বাঁহৰ ঘৰ সাজি স্কুল বহুৱাৰ ব্যৱস্থা কৰে। শিক্ষক সকলে কেউফালে খবৰ দি ছাত্ৰসকলক স্কুললৈ আহিবলৈ কয়। দেশ স্বাধীন হ'লে ইংৰাজৰ লগতে ইংৰাজী ভাষাও

আঁতৰিব; গতিকে ইংৰাজী স্কুলত পঢ়ি লাভ নাই। স্বাধীন ভাৰতত গান্ধীজীৰ পৰিকল্পিত "ৰামৰাজ্য" প্ৰতিষ্ঠা হ'ব। তেতিয়া আৰু একো নকৰাকৈয়ে হ'ব – এনেবোৰ ধাৰণায়ো ছাত্ৰসকলক বিভ্ৰান্ত কৰিছিল।

স্কুল বছৰ এমাহমানৰ পিছতে বছেৰেকীয়া পৰীক্ষা অনুষ্ঠিত হ'ল। অংককে ধৰি কেইটামান বিষয়ৰ লিখিত পৰীক্ষা হ'ল যদিও বাকী কেইটাৰ মৌখিক পৰীক্ষা পাতিলে। তেনেদৰেই আমাক 'ক্লাচ চিক্সলৈ' প্ৰমোচন দিলে। অৱশেষে শিক্ষাবৰ্ষ এটা নষ্ট নহ'ল।

আমি 'চিক্সলৈ' প্ৰমোচন পোৱাৰ সময়তেই স্কুলৰ ধৰণী স্বৰূপ এম, ই ৰ প্ৰধান শিক্ষক ভদ্ৰ বৰা চাৰ কামপুৰ হাইস্কুললৈ বদলি হৈ যায়। সুদক্ষ ইংৰাজী শিক্ষক ৰবি বৰা চাৰে চৰকাৰী চাকৰিত যোগদান কৰেগৈ। তেনে অৱস্থাত আমাৰ ইংৰাজী শিক্ষকৰ অভাৱ হয়।

ষষ্ঠ আৰু সপ্তম দুয়োটা শ্ৰেণী শিক্ষকৰ উপৰি ঘৰ, দুৱাৰ, আচ-বাবৰ অভাৱৰ মাজেদিয়েই অতিবাহিত হয়। অষ্টমমান শ্ৰেণীলৈ প্ৰমোচন পোৱাৰ লগে লগে কেইবা গৰাকী সুযোগ্য লোকে শিক্ষকৰ পদত যোগদান কৰেহি। স্কুলৰ আচবাবৰো উন্নতি সাধন হয়। ছাত্ৰসকল শিক্ষা গ্ৰহণত উন্নত স্তৰত উপনীত হয়।

বিদ্যালয়ৰ শৈক্ষিক পৰিবেশৰ উন্নতি হোৱাত, এখন হাতে লিখা আলোচনী উলিয়াবলৈ সিদ্ধান্ত কৰা হয়। লক্ষ্মীনন্দন বৰা আৰু মই আলোচনী প্ৰকাশত বিশেষ উদ্যোগ লওঁ। বৰাই কবিতা আৰু মই প্ৰবন্ধ লিখোঁ। ৰামেশ্বৰ বৰায়ো সেই আলোচনীত লিখিছিল। লক্ষ্মীনন্দন বৰাৰ সাহিত্যৰূপী বৰগছৰ গুটিটি বেৰেজীয়া স্কুলতে অংকুৰিত হয় আৰু নগাঁও চৰকাৰী বিদ্যালয়ৰ ছপা আলোচনী 'উদয়ত' ঠন ধৰি উঠে।

সেই বছৰৰ বছেৰেকীয়া পৰীক্ষাত অষ্টমমান শ্ৰেণীৰ ছাত্ৰসকলে বিশেষ ভাল ফল দেখুৱায়। সেই মানদণ্ড বৰ্তি থাকিলে "মেট্ৰিকুলেশ্যন" পৰীক্ষাত স্কুলৰ সুনাম অৰ্জন কৰিব বুলি ছাত্ৰ সকলে আশা আৰু সন্তোষ প্ৰকাশ কৰিলে। কিন্তু পৰীক্ষাৰ ফলাফল ঘোষণা কৰাৰ দিনা ৰাতিলৈ কোনোবাই পুনৰ স্কুলত জুই জ্বলাই দিয়ে। স্কুলৰ ঘৰদুৱাৰ, আচবাব পুৰি ভস্মীভূত হ'ল। স্কুল ভাগি যাব বুলিয়েই সকলোৰে ধাৰণা হ'ল। এনেতে বিপদৰ বন্ধু ৰূপে দেখা দিলেহি পণ্ডিত কনক চন্দ্ৰ শৰ্মাদেৱ। সকলোকে গোটাই এখন সভা পাতি ঘোষণা কৰিলে স্কুল হ'বই, কোনো ছাত্ৰ অন্য স্কুললৈ যাব নালাগে। সেই সাহস পাই শিক্ষক সকলেও ছাত্ৰক বুজাবলৈ লাগিল। ছাত্ৰসকলে কিন্তু বুজি উঠিছিল স্কুল হলেও লাহে লাহে হ'ব, সদ্যহতে অসুবিধা হ'বই।" লক্ষ্মীনন্দন বৰা প্ৰমুখ্যে আমাৰ

শ্ৰেণীৰ চাৰিজন মেধাবী ছাত্ৰ নগাঁও চৰকাৰী বিদ্যালয়লৈ গৈ নৱমমান শ্ৰেণীত নাম লগায়। ৰামেশ্বৰ বৰাও সেইকেইজনৰ ভিতৰত আছিল। শেষ পৰীক্ষাত তেওঁলোকৰ ফলাফল ভাল হয়।

প্ৰসঙ্গক্ৰমে উল্লেখযোগ্য যে বেৰেজীয়াত থাকি যোৱা ছাত্ৰসকলেও নানা অসুবিধাৰ মাজত অধ্যয়ন কৰিব লগা হ'লেও মেট্ৰিকুলেশ্যন পৰীক্ষাত শতকৰা নব্বৈ ভাগ ছাত্ৰ উত্তীৰ্ণ হয়। আৰম্ভণিৰ পৰা প্ৰথম বাৰৰ বাবে এজন ছাত্ৰই প্ৰথম বিভাগ পায়। ছাত্ৰজন অৱশ্যে আমিয়েই আছিলোঁ।

ৰামেশ্বৰ বৰাক পুনৰ নগাঁও কলেজত লগ পাওঁ। বৰাই বিজ্ঞান শাখাত আৰু মই কলা শাখাত ভৰ্ত্তি হওঁ। আই-এচ্-চি পাচ কৰি বৰাও বি-এ শ্ৰেণীত নাম লগায়। আমাৰ দুয়োৰে সংস্কৃত আছিল। সেই শ্ৰেণীত ছাত্ৰৰ সংখ্যা কম। গতিকে আমাৰ পুনৰ ঘনিষ্ঠতা বাঢ়ি গ'ল।

অধ্যক্ষ যজ্ঞেশ্বৰ শৰ্মা চাৰৰ ইংৰাজী, অসমীয়াৰ দৰেই সংস্কৃত বিষয়ত বিশেষ পাণ্ডিত্য থকা ফণী দত্ত চাৰৰ সংস্কৃত শ্ৰেণী আছিল অতিশয় আকৰ্ষণীয়। সেই দুগৰাকী শিক্ষাগুৰুৱে আমাক এনেদৰে প্ৰভাৱান্বিত কৰিছিল যে ভৱিষ্যতে বৰা আৰু মই একোজন শিক্ষক হোৱাৰ পৰিকল্পনা কৰিছিলোঁ। সেই সময়ত আন চাকৰি পোৱাত অসুবিধা নাছিল যদিও তেনে সুবিধা এৰি দি শিক্ষকতাতে মনোনিবেশ কৰিলোঁ।

বি-এ পৰীক্ষা দিয়েই আমি দুয়ো চকলাঘাট হাইস্কুলত শিক্ষকতা আৰম্ভ কৰো। স্কুলৰ সোণালী জয়ন্তীৰ স্মৃতিগ্ৰন্থত মোৰ শিক্ষকতাৰ বিষয়ে আলোচনা কৰিছোঁ। বৰাৰ বিষয়েহে ক'ব খুজিছোঁ।

বৰাক, প্ৰাৰম্ভতে অষ্টমমান শ্ৰেণীৰ ইংৰাজী পঢ়াবলৈ দিয়া হৈছিল। কাষতে আন এটা শ্ৰেণীত ময়ো ইংৰাজী পঢ়াইছিলোঁ। দুয়োটা শ্ৰেণীৰ মাজত স্থায়ী বেৰ নথকাত এটাত পঢ়ালে আনটোত লিখা কাম দিব লগা হয়। কোনে কি পঢ়ায়, দেখি-শুনি থাকোঁ আৰু শিক্ষক প্ৰশিক্ষণ শ্ৰেণীৰ দৰে ইজনে সিজনৰ পাঠদানৰ ওপৰত মন্তব্য দিওঁ।

সেই সময়ত অষ্টম মান শ্ৰেণীত "Himalayan Reader" খন ইংৰাজী পাঠ্য- পুথি আছিল। তাত থকা " Psalm of life " নামৰ কবিতাটি পঢ়োৱাত বৰাই সৰ্বাধিক গুৰুত্ব দিছিল। কবিতাটিত থকা "Art is long, time is fleeting", " Lives of great men all remind us, We can make our life sublime"– আদি পংক্তিবোৰ বিশদ ভাবে আলোচনা কৰিছিল। সেই কবিতাৰ অনুবাদ "জীৱন সংগীত"ৰ পৰাও –

"যদ্দূৰ আছে গতি, সময় তাকৰ অতি,"
"মহা মহা পুৰুষৰ চানেকিৰে জীৱনৰ
আমিও কৰিব পাৰো জীৱন গঢ়িত।" — আদিৰ উদ্ধৃতিৰে আলোচনা সৰস কৰি তুলিছিল। "ফলা-ফল ফল দাতা বিভূৰ হাতত"। "কৰ্ম্মণ্যেৱাধিকাৰস্তে মা ফলেষু কদাচন" — গীতাৰ এই আপ্তবচনেৰে সামৰণি মাৰিছিল।

ৰবাই নিজৰ জীৱনতো উক্ত কবিতা তথা গীতাৰ বাণী সাৰোগত কৰি লৈছিল। সভা-সমিতিত ছাত্ৰ-ছাত্ৰীক উদ্দ্যেশি দিয়া ভাষণত প্ৰায়েই উক্ত কথাখিনি উল্লেখ কৰিছিল।

এবছৰৰ পিছত মই বেৰেজীয়া হাইস্কুললৈ যাওঁ। কেইবছৰমানৰ পিছত চৰকাৰী স্কুলৰ শিক্ষক পদত নিযুক্ত হওঁ। ৰবা নব প্ৰতিষ্ঠিত কুজীদাঁহ হাইস্কুলৰ প্ৰধান শিক্ষক হয়গৈ। ১৯৬২ চনত দুয়ো একে বছৰতে বি. টি প্ৰশিক্ষণ লওঁ। ১৯৮৯ চনত এমাহৰ অগা-পিছাকৈ অধ্যক্ষৰ পদৰ পৰা অৱসৰ পাওঁ। অধ্যক্ষৰ কাৰ্য্য কালতে দুয়োজনে শিক্ষাবিভাগৰ পৰা ৰাজ্যিক পুৰস্কাৰ লাভ কৰোঁ। শিক্ষক হিচাবে শিক্ষা দান আৰু স্কুল পৰিচালনাতে মোৰ কাৰ্য্য সীমাবদ্ধ। গতিকে মোৰ বাবে সিমানেই যথেষ্ট। মোতকৈ ৰবাৰ অৱদান বহুত বেছি। ৰাষ্ট্ৰীয় পুৰস্কাৰো ৰবাৰ প্ৰাপ্য। সেই পুৰস্কাৰ লাভ কৰা হ'লে ৰবাই নিজে প্ৰতিষ্ঠা কৰা বিদ্যালয়খনলৈ আৰু কিছুদিন সেৱা আগবঢ়াব পাৰিলেহেতেন।

বাল্যকালৰ পৰা গোটেই জীৱন ৰবাৰ লগত মোৰ সহৃদয়তা বৰ্ত্তি থাকিল। ৰবা যে আৰু নাই — এই কথা মনলৈকে নাহে। ৰবা নাথাকিলেও তেওঁ প্ৰতিষ্ঠা কৰি যোৱা বিদ্যালয় খনিৰ লগতে তেওঁ চিৰ-স্মৰণীয় হৈ ৰ'ব। তেওঁৰ কাৰ্য্যাৱলীৰ মাজতে আমিও তেওঁক বিচাৰি পাম বুলি কবিৰ বাণীৰেই সামৰিছোঁ —

" অহা নাই কোন যোৱা নাই কোন
সকলো আহিছোঁ সকলো যাম,
তুমিও আহিলা তুমিও গ'লাগৈ
তথাপি তোমাক হৃদয়ে পাম।"

***

# ৰামেশ্বৰ বৰা দেৱৰ সোঁৱৰণত....

প্ৰদীপ শইকীয়া
অধ্যক্ষ, নগাঁও মহাবিদ্যালয়

নগাঁও জিলাৰ ভিতৰতে হাতীচোং কুজীদাঁহ পুৰণা গহীন ঠাই। কেউফালে সাতামপুৰুষীয়া অসমীয়া গাওঁ। কৃষিকৰ্ম শিক্ষা-দীক্ষাই আগবঢ়া। সেই ঠাইৰ বাজহুৱা সভা-সমিতিবোৰ সেইবাবে গহীন-গম্ভীৰ হয়। এবাৰ কুজীদাঁহ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ বছেৰেকীয়া সাধাৰণ সভাত মই উপস্থিত আছিলো নিমন্ত্ৰিত অতিথি হিচাপে। আজি কেই বছৰমানৰ আগৰ কথা। সভাপতি আছিল সেই বিদ্যালয়ৰ অধ্যক্ষ স্বৰ্গীয় ৰামেশ্বৰ বৰাদেৱ। বৰাদেৱৰ সভাৰ আয়োজন পৰিচালনা সকলো নিখুঁট। বিদ্যালয়ৰ শিক্ষক-শিক্ষয়িত্ৰী সকলে আগভাগ লৈ কাম কৰিছিল। গীত-নৃত্য পৰিবেশন কৰিছিল কুজীদাঁহৰে প্ৰখ্যাত শিল্পী শঙ্কৰী কলা-কৃষ্টি গীত-নৃত্যৰ ওজা স্বৰ্গীয় খগেন্দ্ৰ নাথ ভূঞা বৰাদেৱে। সভাৰ কাম শেষ হৈ আহিল। হঠাতে সভাপতি অধ্যক্ষ ৰামেশ্বৰ বৰাদেৱে 'শইকীয়া, অলপ বহক দেই, মোৰ কাম এভাগ আছে' বুলি সভাপতি আসনৰ পৰা উঠি গ'ল। মই ভাবিলো কিবা কামত বাহিৰলৈ গৈছে। তেখেত কিন্তু মঞ্চত উঠিলগৈ, তাত ভূঞাঁবৰাদেৱৰ লগত শাৰী পাতি আসন পাৰি বহি সভাশেষত কল্যাণ খৰমান গাবলৈ আৰম্ভ কৰি দিলে।

ঘটনাটো সৰু। কিন্তু মোৰ চিৰকাললৈ মনত থাকি গ'ল। সৰু, কিন্তু অতি সুন্দৰ।

কুজীদাঁহৰ পিনে যেয়ে গৈছে, কুজীদাঁহ স্কুলৰ মুখৰ আলি কেকুৰীটোৰে পাকটো লওঁতেই তেওঁৰ চকুত পৰিব স্কুলখন। গাঁৱৰ মাজত ইমানখন প্ৰকাণ্ড স্কুল সচৰাচৰ দেখা নেযায়। ঘৰেই ঘৰ। আটোম টোকাৰিকৈ সজোৱা। আহল বহল চৌহদ। ছাত্ৰ-ছাত্ৰীৰ সংখ্যাও যথেষ্ট কিন্তু স্কুলঘৰ ইমান ডাঙৰ যে ছাত্ৰৰ সংখ্যা চকুতেই নপৰে। এই সকলো ঘৰৰ নিৰ্মাণ ৰামেশ্বৰ বৰাদেৱৰ যত্নতে হৈছিল। বেপাৰ-বাণিজ্য বা শিল্প-উদ্যোগেৰে ভৰা নগৰ নহয়, গাঁৱৰ খেতিয়কৰ সমাজত কি পৰিমানৰ পৰিশ্ৰম আৰু অধ্যৱসায় হ'লে এখন স্কুলৰ বাবে সিমানবোৰ ঘৰ সাজিব পাৰি সেই কথা ভাবিলে বিস্ময় মানিব লাগে। মাজে মাজে মই কৈছিলো, বৰা, আপুনিতো মহানগৰ এখন বনাই পেলালে। একো নকয়। হাঁহে। আজীৱন সংগঠক, এই গুণবান মানুহজনৰ কোনো

অহংকাৰ নাছিল। মই যিমান দিন লগ পাইছিলো, সদায় সংযত, সদায় শিষ্ট, নিজৰ বিষয়ে কোনো কথা পাতিবলৈ অনিচ্ছুক হৈ থকাই দেখিছিলো তেখেতক।

বৰাদেৱৰ সমাজ সচেতনতা আছিল অতি প্ৰখৰ। নিজৰ এলেকাটোৰ বাহিৰৰ যি কোনো অভাৱ অভিযোগ, যি কোনো সমস্যাত আগৰণুৱা হৈ তাৰ নিৰাময়ৰ বাবে অহোপুৰুষাৰ্থ কৰিবলৈ সদায় সাজু। এলাহ নাই, ভাগৰ নাই, দিন নাই, ৰাতি নাই সকলো সময়তে ৰাইজৰ কামত উঠি পৰি লাগিবলৈ পিচ নোহোহকে। যি কোনো এখন ৰাজহুৱা অনুষ্ঠান প্ৰতিষ্ঠানৰ দায়িত্ব যদি ৰামেশ্বৰ বৰাদেৱৰ গাত পৰে, তেন্তে নিশ্চিন্ত হ'ব পাৰে এটায়ে, যে কামটো হ'বই। ভীষণ বিপদৰ মাজতো উত্ৰাৱল নহৈ ধীৰ-স্থিৰভাৱে হাঁহি মুখেৰে নিজৰ কৰ্তব্য সম্পাদন কৰাৰ দক্ষতা অৰ্জন কৰি লৈছিল মানুহজনে। শিক্ষাব্ৰতী হিচাপে এইখিনি কথাই মোক বৰ আকৰ্ষণ কৰিছিল। তেখেতৰ সেই গুণটো হৈছে নিজৰ ছাত্ৰ-ছাত্ৰীসকলৰ প্ৰায় সকলোকে চিনি পোৱা। প্ৰত্যেক ছাত্ৰ-ছাত্ৰীৰ পৰিচয়েই নহয়, গুণ-দোষ, সক্ষমতা-অক্ষমতাৰ সকলো খবৰ ৰাখিছিল তেখেতে। যিটো শিক্ষকৰ মহত্তম গুণ। বৰাদেৱ বহুত বছৰ ধৰি সদৌ অসম হাইস্কুল শিক্ষক সন্থাৰ সভাপতি আছিল। তেখেতৰ বিষয় বাবৰ কালছোৱাতে অসমৰ হাইস্কুলীয়া শিক্ষা ব্যৱস্থাত অনেক সংস্কাৰ সাধিত হৈছিল। শেহতীয়াকৈ তেখেতৰ যত্নত প্ৰতিষ্ঠা হৈছিল হাতীচোং কলেজ। অশেষ পৰিশ্ৰম কৰি ৰাইজৰ এই শেষ দায়িত্ব ভাৰো তেখেতে সফলতাৰে পালন কৰিছিল।

ব্যক্তিগত ভাৱে শ্ৰদ্ধেয় বৰাদেৱক মই ১৯৬৫ চনৰে পৰা চিনি পাওঁ। মই ইয়াৰ আগতে ঢিং মহাবিদ্যালয়ৰ অধ্যক্ষ আছিলো। সেইখন মহাবিদ্যালয় গঢ়ি তোলোতে মই অশেষ কষ্ট স্বীকাৰ কৰিব লগা হৈছিল। সেই সূত্ৰেই মই তেখেতৰ সান্নিধ্যলৈ প্ৰথমতে আহিছিলো। আৰু তেখেতৰ হাঁহিমুখীয়া আন্তৰিক কথা-বাৰ্তাত মুগ্ধ হৈছিলো। কোনো কালে তেখেতক খং উঠা মই দেখা নাছিলো। পিচত যেতিয়া নগাওঁ মহাবিদ্যালয়লৈ আহিলো তেতিয়া ওচৰতে থাকো কাৰণে তেখেতৰ লগত সঘনাই দেখা-সাক্ষাত হৈ আছিলো। তেখেতৰ লগত মোৰ পৰম সৌহাৰ্দ্যপূৰ্ণ বন্ধুত্বৰ সম্বন্ধ আছিল। কেতিয়াবা যি কোনো কথাতে তেখেতৰ পৰামৰ্শ বিচাৰিলে বিৰল দূৰদৃষ্টিপূৰ্ণ উপদেশ তেখেতে দিছিল। তেখেতৰ শ্ৰদ্ধেয়া পত্নী শ্ৰীযুক্তা অঞ্জলি বৰা তেখেতৰ সুযোগ্যা সহধৰ্মিনী। তেখেতৰ অবিহনে শ্ৰীযুক্তা বৰাই বৰাদেৱৰ বিস্তীৰ্ণ কাৰ্য্যসূচী অব্যাহত ৰাখিছে।

বেছি দিনৰ কথাতো নহয়। সৌ সিদিনালৈকে ৰামেশ্বৰ বৰা আমাৰ

মাজত আছিলেই। সেই সুশ্ৰী সুঠাম সভা গুৱনি মানুহজনৰ বুদ্ধিদীপ্ত চকুযুবি আৰু মুখৰ মিচিকীয়া হাঁহি আমি তেখেতৰ বন্ধু-বান্ধৱবোৰে পাহৰি যোবাৰ প্ৰশ্নই নুঠে। সেই অঞ্চলটোৰ পৰা এই এজন সুসন্তান অসমে পাইছিল, অবিৰত পৰিশ্ৰম, একনিষ্ঠ কৰ্ম্মযোগ আৰু আন্তৰিকভাৱে সমাজৰ কল্যাণ কামনা আছিল যাৰ জীৱনৰ লক্ষ্য। এনেকুৱা এগছি বন্তিৰ পোহৰত জ্ঞানৰ জেউতি চৰে, মনৰ এন্ধাৰ দূৰ হয়, আমি সমাজৰ পৰস্পৰে পৰস্পৰক চিনিব পৰা হওঁ, ইজনে সিজনৰ আপোন হওঁ, সমূহীয়াভাৱে সজ কামৰ পৰিকল্পনা কৰিব পৰা হওঁ। এনে একোজন লোকৰ জৰিয়তে একোখন ঠাইৰ মিলাপ্ৰীতিৰ পৰম্পৰা ৰচিত হয়, উজ্জ্বল আৰু সমৃদ্ধিশালী সামাজিক জীৱনৰ বুনিয়াদ গঢ়ি উঠে। মানুহৰ মনত সজ আশা আৰু উচ্চাকাঙ্ক্ষাৰ সৃষ্টি হয়।

মোৰ বন্ধু প্ৰয়াত বৰাৰ পূণ্য স্মৃতিত এই কথাখিনিয়েই মোৰ সশ্ৰদ্ধ নিবেদন।

*****❋*****

# উদ্যমী কৰ্মী পুৰুষ বামেশ্বৰ বৰা....

তোমেশ্বৰ শৰ্মা

বামেশ্বৰ বৰা আমাৰ নিকট আত্মীয় নহয় অথবা তেখেতৰ সহকৰ্মী হৈ ঘনিষ্ঠ সান্নিধ্যত থকাৰ সৌভাগ্যও হোৱা নাই। বিভিন্ন সামাজিক অনুষ্ঠানত সামান্য সময়ৰ বাবে হোৱা ঘনিষ্ঠতাৰ আলমত তেখেতৰ ব্যক্তিত্বৰ আভাস পোৱাৰ সুযোগ পাইছিলোঁ।

শান্তিনিকেতনৰ নাম শুনিলেই ৰবীন্দ্ৰ নাথ ঠাকুৰ, গুৱাহাটী বিশ্ববিদ্যালয় বুলি কলেই পণ্ডিত প্ৰবৰ কৃষ্ণকান্ত সন্দিকৈৰ নাম আপোনা-আপুনি অহাৰ দৰে কুজীদাঁহ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ নাম উচ্চাৰণ কৰাৰ লগে লগে বামেশ্বৰ বৰাৰ নাম জড়িত হৈ পৰে। সঁচা অৰ্থত তেখেত আধুনিক কুজীডাঁহৰ নিৰ্মাতা। কু জীডাঁহ উচ্চতৰ মাধ্যমিক বিদ্যালয় আৰু বামেশ্বৰ বৰা একাত্মা। এই বিদ্যালয়খনক সৰ্বাঙ্গসুন্দৰ কৰি গঢ়ি তুলিবলৈ দেহে আটেমানে খাটিলে। কুজীডাঁহত এখন মহাবিদ্যালয় গঢ়ি তোলাৰ ক্ষেত্ৰটো তেখেতৰ চেষ্টা আৰু আন্তৰিকতাৰ তুলনা নাই।

কুজীডাঁহ সাহিত্য সভা, কুজীডাঁহৰ অন্যান্য সাংস্কৃতিক অনুষ্ঠানত তেখেতৰ নেতৃত্ব আৰু সহযোগ স্মৰণীয়। কুজীডাঁহত এসময়ত অংকীয়া নাটৰ অভিবৰ্ত্তন এখন হৈছিল। বামেশ্বৰ বৰা আৰু তেখেতৰ সহযোগীসকলৰ প্ৰচেষ্টাত এই অভিবৰ্ত্তন সফলতাৰে সম্পন্ন হোৱাটো আমি প্ৰত্যক্ষ কৰিছিলোঁ। সেই অভিবৰ্ত্তনত বামেশ্বৰ বৰাৰ নেতৃত্ব সুলভ গুণ দেখি আমি তবধ মানিছিলোঁ। শংকৰী কলা-সংস্কৃতিৰ একান্ত অনুগামী বৰাদেৱে অংকীয়া ভাওনাত সক্ৰিয়ভাবে অংশ গ্ৰহণ কৰাই নহয়, খোলতাল বাদন আৰু বৰগীত পৰিবেশনত তেখেতৰ ব্যক্তিত্বৰ উজ্বল দিশ পৰিলক্ষিত হয়। সমাজৰ প্ৰতি দায়বদ্ধতাই তেখেতৰ জীৱনত এটা মাত্ৰা প্ৰদান কৰিলে। অসমৰ বিশেষকৈ নগাৱঁৰ বিভিন্ন অনুষ্ঠান প্ৰতিষ্ঠানটো তেখেতৰ নেতৃত্ব লেখত লবলগীয়া। নগাঁও জিলা মাধ্যমিক শিক্ষক আৰু কৰ্মচাৰী সন্থাৰ লগত সক্ৰিয়ভাবে জড়িত থাকি, অসম মাধ্যমিক শিক্ষক আৰু কৰ্মচাৰী সন্থাৰ সভাপতিৰূপে কাৰ্যনিৰ্বাহ কৰি শিক্ষক কৰ্মচাৰীৰ কল্যাণৰ কাৰণেও যথাসাধ্যে চেষ্টা কৰিছিল। নগাঁও জিলা অধিবিদ্যা পৰিষদতো তেখেতৰ এখন গুৰুত্বপূৰ্ণ স্থান আছিল। নগাঁও জিলা মাধ্যমিক পৰীক্ষা পৰিষদ, নগাঁও জিলা বাছনি পৰীক্ষা পৰিষদতো তেখেতৰ সক্ৰিয় সহযোগ প্ৰত্যক্ষ কৰাৰ সৌভাগ্য হৈছিল।

ৰামেশ্বৰ ৰৰা এজন ভীষ্মকৰ্মা পুৰুষ। ব্যস্ততাপূৰ্ণ জীৱন কটাই সমাজৰ হিতকৰ কাম কৰি জীৱনটো অৰ্থবহ কৰিলে। কুজীদাঁহ বাসীৰ কাৰণে ৰৰা পথিকৃত। আমি প্ৰত্যক্ষ কৰামতে ৰৰাদেৱ কোনো পৰিস্থিতিতে ধৈৰ্য্যহাৰা, উত্তেজিত নহয়। বিভিন্ন সময়ত সহযোগী সকলৰ কঠোৰ সমালোচনা হাঁহিমুখে, ধৈৰ্য্যৰে সন্মুখীন হৈছিল। যোৱাৰ শত্ৰু নাই। কিন্তু কাম কৰা আৰু নেতৃত্ব দিয়া লোকৰ বিপক্ষে সমালোচনা হোৱাটো নিতান্ত স্বাভাবিক। ৰৰাদেৱো তেনে সমালোচনাৰ সন্মুখীন হৈছিল যদিও তেখেতে কাকো কটু ব্যৱহাৰ কৰা নাছিল। সমালোচনা কৰা সকলকো বন্ধুভাবেহে গ্ৰহণ কৰিছিল। কঠোৰ ভাবে সমালোচনা কৰা জনক শত্ৰুজ্ঞান কৰাৰ পৰিৱৰ্ত্তে বন্ধুভাবে লোৱাটো তেখেতৰ ব্যক্তিত্বৰ উজ্জ্বল দিশ। অসীম ধৈৰ্য্য আৰু সহিষ্ণুতা তৎপৰ কাৰণেই তেখেতে নেতৃত্ব বহন কৰিবলৈ সক্ষম হৈছিল।

কুজীদাঁহক অসমৰ মানচিত্ৰত এটা উজ্জ্বল বিন্দু কৰাত ৰামেশ্বৰ ৰৰাৰ অবদান অক্ষয় অব্যয় হৈ ৰ'ব বুলি আমাৰ বিশ্বাস। কুজীদাঁহ উচ্চ শিক্ষিত লোকৰ কেন্দ্ৰস্থল, শংকৰী কলা-সংস্কৃতি সাধনাৰো কেন্দ্ৰস্থল। সৰুৰে পৰা এনে এক পৰিবেশত ডাঙৰ দীঘল হৈ সেই কুজীদাঁহতে কৰ্মস্থল হোৱাৰ কাৰণে ৰৰাদেৱৰ সুসংস্কৃত মন এটা গঢ় হৈছিল। ব্যক্তিগত জীৱনৰ আৰু সমাজজীৱনৰ উভয়তে সফলতা অৰ্জন কৰিলে কৰ্মময় জীৱন অতিবাহিত কৰি, সমাজৰ কল্যাণকৰ কামত জীৱন উৎসৰ্গা কৰি মানৱী জনম সফল কৰি। মৃত্যুৰ শীতল কোলাত আশ্ৰয় ললেও ৰৰা অলেখ গুণমুগ্ধৰ অন্তৰত জীয়াই থাকিব। তেখেতে প্ৰতিষ্ঠা কৰা অনুষ্ঠান প্ৰতিষ্ঠানৰ মাজত কৰ্মযোগী ৰামেশ্বৰ ৰৰা অমৰ হৈ ৰ'ব। তেখেতৰ গুণানুৰক্ত হিচাপে অগণন কৰ্ম আৰু আদৰ্শৰ সামান্য সোঁৱৰণ। "Rememberance is a form of meeting" এজন সুপুৰুষৰ স্মৃতিচাৰণ কৰি যেন তেখেতক সাক্ষাৎ লগ পাইছোঁ বুলি অনুভৱ হৈছে।



# ৰামেশ্বৰ বৰা ঃ এক বিৰল প্ৰতিভা

আনন্দ কলিতা

স্বৰ্গীয় দেৱকান্ত বৰুৱাই ইণ্ডিয়া আৰু ইন্দিৰা গান্ধীৰ সমন্বয়ৰ মন্তব্য কৰাৰ দৰেই আৰ্য্য বিদ্যাপীঠ কলেজৰ প্ৰতিষ্ঠাতা কৃতিপুৰুষ স্বৰ্গীয় গিৰিধৰ শৰ্ম্মা দেৱেও তেখেতৰ ভাষণ প্ৰসঙ্গত কৈছিল...... "হাতীচোং মানেই কুজীডাঁহ, কুজীডাঁহ মানেই ৰামেশ্বৰ বৰা"। স্বৰ্গীয় বেণুধৰ শৰ্ম্মা দেৱে ৰসিকতাৰ মাজেদি মন্তব্য কৰিছিল "হেৰা ৰামেশ্বৰ, তুমি হ'লা দামেশ্বৰ।" অসম শিক্ষা বিভাগৰ গুৰিয়াল শিক্ষাবিদ গোপাল শৰ্ম্মা বৰুৱা ডাঙৰীয়াই কৈছিল—"বাহনা হাইস্কুল খনকেই মই অসমৰ এখন সুন্দৰ হাইস্কুল বুলি ভাবিছিলো, আজি আৰু এখন সুন্দৰ হাইস্কুল দেখিলো।" অসমৰ ভীষ্মপুৰুষ মহদেৱ নেওগ ডাঙৰীয়াই মন্তব্য কৰিছিল, "কুজীডাঁহ হাইস্কুল কঠোৰ পৰিশ্ৰম আৰু ঐকান্তিকতাৰ এক নিদৰ্শন।" এই খিনি বিদ্যালয়ৰ নথিয়াত বহি কোৱা কথা।

১৯৫৪ চনত জন্ম লাভ কৰা কুজীডাঁহ হাইস্কুলৰ ১৯৬৪ চনত পৰিসৰ এনেধৰণৰ-১৮ টা আহল বহল কোঠা, ৩টা হল, এটা ছাত্ৰাবাস, বিদ্যালয়ৰ চাৰিওফালে ওখ পকা দেৱাল, সন্মুখত পকা দেৱালেৰে ঘেৰা এখন সুন্দৰ খেলপথাৰ। কোনো যাদু কাঠিৰ স্পৰ্শত এইখিনি সম্ভৱ হোৱা নাই ; ই সম্ভৱ হৈছিল আঞ্চলিক ৰাইজৰ শ্ৰমদান, অৰ্থদান, উৎসাহ আৰু শিক্ষা প্ৰেমৰ আধাৰত, বিশেষকৈ বিদ্যালয়ৰ প্ৰধান ৰামেশ্বৰ বৰাদেৱৰ অক্লান্ত শ্ৰম, কৰ্ম্মস্পৃহা আৰু ৰাইজক একগোট কৰিব পৰা অদ্ভুত শক্তিৰ দ্বাৰা।

১৯৫৫ চনৰ পৰা ১৯৮৮ চনলৈকে স্বৰ্গীয় বৰা দেৱৰ লগত ঘনিষ্ঠভাৱে বিদ্যালয়ৰ সেৱা আগবঢ়াই আহোঁতে প্ৰতিদিনেই তেখেতক বুজিবলৈ চেষ্টা কৰি আহিছিলো। সোণ-ৰূপৰ চামুচ মুখত লৈ বৰাদেৱে জন্ম গ্ৰহণ কৰা নাছিল। শিশু কালতেই পিতৃহীন হোৱা বৰাৰ আছিল এটা অভাবগ্ৰস্ত নিম্নাসিত পৰিয়াল। বৰাৰ বিধবা মাতৃয়ে পাচোটাকৈ ল'ৰা আৰু এজনী ছোৱালীৰ বৃহৎ পৰিয়ালটোৰ অন্ন সংস্থান কৰিব লগা হৈছিল অতি কষ্ট আৰু অতি ধৈৰ্য্যৰে। ল'ৰা কেইটাই পথাৰত পানী বোকা গছকি পৰিশ্ৰম কৰিছিল আৰু স্কুলত পঢ়িছিল। কিন্তু সময়ৰ কি পৰিবৰ্ত্তন! আলাদিনৰ যাদু চাকিৰ ৰহস্যৰ দৰেই পৰিয়াললৈ আহিল এক অদ্ভুত পৰিবৰ্ত্তন। পৰিয়ালটিৰ দ্বিতীয় পুত্ৰ "ৰামেশ্বৰ হল দামেশ্বৰ"। "কুজীডাঁহেই হল ৰামেশ্বৰ বৰা আৰু ৰামেশ্বৰেই হল কুজীডাঁহ। কুজীডাঁহলৈ

ৰামেশ্বৰ বৰাই আনিলে এটা নতুন যুগ। অখ্যাত কুঞ্জীডাঁহ হল অসম বিখ্যাত। কুঞ্জীডাঁহত পদাৰ্পন কৰিলে অসমৰ শিক্ষাবিদ, সমাজকৰ্ম্মী, ৰাজনৈতিক নেতা, সাহিত্যিক আৰু শিক্ষাপ্ৰেমী সকলে।

ৰামেশ্বৰ বৰাদেবৰ কৰ্ম্মপ্ৰেমৰ তুলনা নাই। কোনো প্ৰতিকুল পৰিস্থিতিয়ে তেখেতৰ কৰ্ম্ম যাত্ৰাত বাধাৰ সৃষ্টি কৰিব নোৱাৰে। তেখেত প্ৰকৃততে এগৰাকী দূৰদৰ্শী পুৰুষ। দহ বছৰৰ পিছত যিটো পৰিস্থিতি হব পাৰে তাৰ বাবে তেখেত এতিয়াই সাজু হৈছিল। তেখেতে গীতাৰ স্মৰণীয় প্ৰবচনটি সদায়েই কৈছিল – " কৰ্মন্যেৱাধিকাৰস্তে মা ফলেষু কদাচন।" "Impossible is a word that found in the fools dictionary" নেপ'লিয়নৰ এই উক্তি তেখেতৰ জিভাৰ আগত আছিল। তেখেত উপদেশ দিয়া নীতিবিদ নাছিল, তেখেতৰ কৰ্ম্ম জীৱনত আৰ্হিয়েই প্ৰতীয়মান হয়। বৰাদেৱ আছিল সকলোৰে মিত্ৰ। কোনোৱে তেখেতক শত্ৰু জ্ঞান কৰিছে বুলি তেখেতে ভুলতো ভবা নাছিল।

"I envey nobody, no not I

No body envies me." —— এই বাক্য শাৰী তেখেতে কৈছিল আৰু তাৰ মৰ্ম্মাৰ্থ হৃদয়ঙ্গম কৰিছিল। তেখেতৰ সহানুভূতি আৰু সদিচ্ছাই শত্ৰু ভাৱাপন্ন লোক সকলক জয় কৰিছিল। তেখেত নিজেও গুণী পুৰুষ আছিল আৰু আনৰ গুণকো অকৃত্ৰিম ভাবে স্বীকৃতি দিছিল। সকলোকে বিশ্বাস কৰাতোৱেই তেখেতৰ মুখ্য স্বভাৱ আছিল। বিদ্যালয় খনত শিক্ষাদানৰ যাৱতীয় কিতাপ-পত্ৰ সজুলি আদি যোগান ধৰি শিক্ষক শিক্ষয়িত্ৰী সকলক শিক্ষাদানত উৎসাহিত কৰিছিল, সুবিধা অনুযায়ী প্ৰশিক্ষণ, উচ্চস্তৰৰ ডিগ্ৰী আদি লোৱাৰ ব্যৱস্থা কৰিছিল। বিদ্যালয়ৰ পুথি ভড়াল বিখ্যাত গ্ৰন্থ সমূহৰে পৰিপূৰ্ণ কৰিছিল। এতিয়াৰ পৰা ১৫/২০ বছৰৰ আগতেই বিদ্যালয়ৰ পুঁজিৰ পৰা অভাৱ গ্ৰস্ত ছাত্ৰ-ছাত্ৰীসকলক বিনামূলীয়া কিতাপ পত্ৰ দিছিল। দুখীয়া ছাত্ৰ-ছাত্ৰীৰ বাবে অহোপুৰুষাৰ্থ কৰি চৰকাৰী বৃত্তিৰ ব্যৱস্থা কৰাত বৰাদেৱ সিদ্ধহস্ত আছিল। তেওঁৰ অতীত জীৱনৰ দুঃখজনক অধ্যায়টো সদায়েই স্মৰণ কৰিছিল।

"Men of Courage are never daunted by the obstacles presented by nature. " এইটো তেখেতৰ দৈনন্দিন ভাষ্য আছিল আৰু তাৰ আৰ্হিও বৰাদেৱেই। অবিৰত উত্তেজনা, অত্যাধিক শ্ৰম জিৰণী বিহিন কৰ্ম্মৰাজিৰ মাজত ডুবি থকাৰ বাবেই তেখেতে আৰ্জ্জি ললে

দুৰাৰোগ্য ডায়েবেটিচ্ আৰু উচ্চ ৰক্তচাপ ৰোগ। কিন্তু ৰোগৰ তাড়নাতকৈ তেখেতৰ কৰ্ত্তব্যৰ আহ্বান আছিল ততোধিক। বন্ধু-বান্ধৱ আৰু পৰিয়ালৰ হেঁচাত ববাদেৱে গুৱাহাটী, ডিব্ৰুগড়, মাদ্ৰাজ আৰু দিল্লীত বিভিন্ন সময়ত চিকিৎসাধীন হ'ব লগা হয়। কিন্তু চিকিৎসালয়লৈ যাওঁতে তেখেতে বিদ্যালয়ৰ যাৱতীয় ফাইল লগত নিছিল, সময় আৰু সুবিধা অনুযায়ী কাম কৰিছিল। চিঠি পত্ৰৰে বিদ্যালয়ৰ খা-খবৰ ৰখাৰ উপৰিও প্ৰয়োজনীয় নিৰ্দ্দেশবোৰ নিয়মিত ভাবে দি আছিল। তেখেতে কয় – " Time and tides waits for no man." নিৰবচিন্নভাবে কামৰ মাজত ডুব গৈ থকাটোৱেই বৰাদেৱৰ জীৱনৰ আৰ্হি আছিল। কথা প্ৰসঙ্গত বৰাদেৱে কৈছিল -- "মই বৰ ভাগ্যবান। পৰিবাৰৰ উৎসাহ, উদ্দীপনা আৰু মোৰ প্ৰতি থকা অনুকম্পাই কৰ্ম্মমুখী কৰাত মোক সহায় কৰিছে।" বৰাদেৱৰ পৰিবাৰ, হাতীচোং ছোৱালী হাইস্কুলৰ প্ৰধান শিক্ষয়িত্ৰী। তেখেত এগৰাকী বিদুষী মহিলা। তেখেতৰ অনুপ্ৰেৰণা আৰু স্বামী ভক্তি আছিল বৰা দেৱৰ মৃত সঞ্জীৱনী স্বৰূপ। বৰাদেৱৰ মানসিক, সামাজিক আদি বিভিন্ন সমস্যাবোৰৰ সমাধান তেখেতে কৰিছিল আৰু বৰাদেৱৰ স্বাস্থ্যৰ প্ৰতি অহৰ্নিশে চকু ৰাখিছিল।

বৰাদেৱৰ লগত সুদীৰ্ঘ কাল কাম কৰি তেখেতক বুজিছিলো যে বৰাদেৱ অহংকাৰ , অভিমান, খং-ৰাগ, হতাশা, নিৰাশা, আলস্য, পৰশ্ৰীকাতৰতা আদি দুৰ্গুণ বিলাকৰ পৰা মুক্ত আছিল। চতুৰ্থ শ্ৰেণীৰ কৰ্ম্মচাৰীৰ পৰা উচ্চ স্তৰৰ কৰ্ম্মচাৰীলৈকে, সাধাৰণ মানুহৰ পৰা সম্ভ্ৰান্ত লোকলৈকে সমভাবাপন্ন ব্যৱহাৰে সকলোকে মুগ্ধ কৰিছিল। যিকোনো সমস্যাকে সুন্দৰ ভাবে সমাধান কৰাৰ ক্ষেত্ৰত বৰাদেৱ আছিল অদ্বিতীয়।

বৰাদেৱৰ কৰ্ম্মৰাজিৰ অগ্ৰগতি বাস্তৱ পদক্ষেপৰ ৰূপান্তৰ । কুজীডাঁহ হাইস্কুল খনক হাইয়াৰ চেকেণ্ডাৰীলৈ ৰূপান্তৰ কৰি একেলগে কলা আৰু বিজ্ঞান শাখা দুটাৰ অনুমোদন আনিলে। বেবেজীয়া, চকলাঘাট, জাজৰি আদি পুৰণা হাইস্কুল সমূহৰ আগতেই এখন নতুন হাইস্কুলৰ এই ৰূপান্তৰ বৰাদেৱৰ কৃতকাৰ্য্যতাৰ নিদৰ্শন। তাৰ পাছতেই আহিল উচ্চতৰ মাধ্যমিক পৰীক্ষাৰ কেন্দ্ৰ। স্থানীয় ছাত্ৰ-ছাত্ৰী আৰু অভাৱগ্ৰস্ত অভিভাৱক সকলক এইদৰে কিমান সকাহ দিলে তাৰ ব্যাখ্যা নিষ্প্ৰয়োজন। বৰাদেৱৰ চৰিত্ৰত এইটো অতি স্পষ্ট যে হাতত লোৱা কোনো আকাংক্ষিত কাম সম্পূৰ্ণ নিয়াৰিকৈ শেষ নকৰা পৰ্য্যন্ত তেখেত ক্ষান্ত নহৈছিল। জীৱন যুদ্ধত পৰাজয় বৰণ নকৰাটোৱেই বৰাদেৱৰ জীৱনৰ কীৰ্ত্তিস্তম্ভ।

অধ্যক্ষ পদৰ পৰা অৱসৰ লোৱাৰ পাছত বৰাদেৱে আৰম্ভ কৰিলে হাতীচোং অঞ্চলৰ বহু আকাঙ্খিত অনুষ্ঠান হাতীচোং মহাবিদ্যালয়। মহাবিদ্যালয় খনি এতিয়া পূৰ্ণতাৰ পথত আগবাঢ়ি আছে।

হাতীচোং অঞ্চল, বিশেষকৈ কুজীডাঁহ গাওঁ খনক কেবাটাও দশক আগবঢ়াই লৈ গ'ল এইজন ক্ষণজন্মা পুৰুষে। কুজীডাঁহ এতিয়া এখন নামজ্বলা গাওঁ। অসমৰ বহুতে জানে কুজীডাঁহত এখন ভাল উচ্চতৰ মাধ্যমিক বিদ্যালয় আছে, এখন মহাবিদ্যালয় স্থাপিত হৈছে, শঙ্কৰী কলা-কৃষ্টিৰ প্ৰাণকেন্দ্ৰ, যি ৰামেশ্বৰ বৰাৰ জন্ম স্থান আৰু কৰ্ম্মভূমি। এই ভূমি খণ্ডত এনে এটা অনুষ্ঠান নাই, যত ৰামেশ্বৰ বৰাদেৱৰ প্ৰত্যক্ষ বা পৰোক্ষ সম্পৰ্ক নাই। যতেই অনুষ্ঠান ততেই ৰামেশ্বৰ বৰা, য'তেই ৰামেশ্বৰ বৰা, ত'তেই অনুষ্ঠান ; গতিকে মুক্ত কণ্ঠে কব পাৰি ৰামেশ্বৰ বৰা নিজেই এটি অনুষ্ঠান।

সত্য চিৰন্তন। ৰামেশ্বৰ বৰাদেৱে এদিন বিদায় মাগিলে। বাৰ্দ্ধক্যৰ আগমন নৌ হওঁতেই, জীৱনলৈ অৱসাদ, আমনি নৌ আহোতেই কৰ্ম্মৰত বৰাদেৱে নিজৰো অজ্ঞাতেই আঁতৰি গ'ল। পখিলাৰ দৰে ৰঙচঙীয়া হাঁহিৰে, শিশুৰ দৰে সৰল মনেৰে বৰাদেৱে জীৱন কিতাপখনৰ শেষ পৃষ্ঠা লুটিয়ালে। হাতীচোং মহাবিদ্যালয় খনিক চৰকাৰী কৰণ কৰা, উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ বিজ্ঞান ভৱনটি সম্পূৰ্ণ কৰা, বিদ্যালয়ৰ গম্বুজটো নিৰ্ম্মাণ কৰা আৰু বিদ্যালয়-খনিৰ প্ৰবেশ দ্বাৰটো চকুত লগাকৈ সজোৱা আদি কামখিনি বৰাদেৱে সমাপন কৰিবলৈ সুবিধা নেপালে। ৰামেশ্বৰ বৰাদেৱৰ পিছত কুজীডাঁহত ৰামেশ্বৰ বৰাৰ দৰে ব্যক্তিত্ব সম্পন্ন পুৰুষৰ জন্ম নহ'বনে? সময়ে ইয়াৰ উত্তৰ দিব, আৰু উত্তৰ দিব লাগিব কুজীডাঁহৰ উত্তৰ পুৰুষ সকলে।



# কুজীডাঁহ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ নিৰ্মাতাজন....

পূৰ্ণকান্ত নাথ

মানুহজন দেখাত সৰু ফুটীয়া হলেও ভিতৰৰ মানুহজন বিশাল। অনাড়ম্বৰ অথচ গাম্ভীৰ্য্যপূৰ্ণ জাতীয় পোচাক পৰিধান কৰা এইজন লোক দেখাত সাধাৰণ হলেও অসাধাৰণ ব্যক্তিত্বৰ অধিকাৰী। কথা-বতৰাত সৰল, কিন্তু যুক্তিত সিদ্ধহস্ত। বিদ্যালয় প্ৰশাসনত কঠোৰ আৰু সময়ানুবৰ্ত্তী কিন্তু অন্তৰখন কোমল; যি কোনো পৰিস্থিতিকে চম্ভালিব পৰা এইজনেই ব্যক্তি যিজনৰ কৰ্ম্মোদ্যম, গভীৰ আত্মপ্ৰত্যয়, অক্লান্ত শ্ৰম, অদম্য সাহস আৰু পৰম আস্থাৰ ফলশ্ৰুতি হিচাবে আজি কুঁজিডাঁহ উচ্চতৰ মাধ্যমিক বিদ্যালয় সমগ্ৰ অসমৰ ভিতৰতে এখনি জাকত জিলিকা শিক্ষানুষ্ঠান স্বৰূপে পৰিগণিত হৈছে। সেইজনেই হৈছে -- অসমৰ সচেতন ব্যক্তিসকলৰ পৰিচিত, অঞ্চলৰ ৰাইজৰ প্ৰিয় সমাজকৰ্ম্মী তথা শিক্ষাব্ৰতী ৰামেশ্বৰ বৰা।

১৯৩১ চনৰ ১ এপ্ৰিলত শঙ্কৰী কলা-কৃষ্টিৰ কেন্দ্ৰ, মহাপুৰুষ — 'গুৰুজনা'ৰ পৰিনাতি সকলৰ বাসস্থান — হাতীচোং মৌজাৰ কুজীডাঁহত বৰাদেৱৰ জন্ম হয়। মাত্ৰ ছ বছৰ বয়সতে পিতৃ নন্দেশ্বৰ বৰা স্বৰ্গী হোৱাত মাতৃ স্বৰ্গীয়া লক্ষ্মণা বৰাই পাঁচোটি পুত্ৰ আৰু এটি কন্যা সন্তানৰ দায়িত্ব লব লগা হয়। এই গৰাকী মাতৃৰ অনুশাসন, ত্যাগ, ধৈৰ্য্য আৰু কষ্ট সহিষ্ণুতাৰ ফল স্বৰূপে কেউজন সন্তানেই উপযুক্ত ব্যক্তি হবলৈ সক্ষম হয়। আনহাতে পিতৃহাৰা বৰাদেৱক সৎপথেৰে পৰিচালিত কৰাত কুজীডাঁহ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ লগত ওতঃপ্ৰোত ভাৱে জড়িত হৈ থকা — বৰাদেৱৰ মোমায়েক ˚বকুল চন্দ্ৰ বৰাৰ তত্বাৱধায়কৰ ভূমিকাও উল্লেখযোগ্য। এনে এগৰাকী ৰত্নগৰ্ভা মাতৃ আৰু পিতৃৰ অভাৱ পূৰণ কৰিব পৰা মোমায়েকৰ স্নেহৰ ডেউকাৰ আঁৰত থাকি বৰাদেৱে সৰুৰে পৰা এক সংযমী জীৱন যাপন কৰে।

১৯৪৮ চনত নগাঁও চৰকাৰী বালক উচ্চ মাধ্যমিক বিদ্যালয়ৰপৰা সুখ্যাতিৰে মেট্ৰিক, ১৯৫১ চনত নগাঁও মহাবিদ্যালয়ৰ পৰা আই-এচ-চি আৰু ১৯৫২ চনত উক্ত মহাবিদ্যালয়ৰ ˏ ই বি-এ পৰীক্ষাত উত্তীৰ্ণ হৈ এজন আদৰ্শ শিক্ষক হোৱাৰ মানসেৰে শিক্ষা জগতত প্ৰবেশ কৰে। চকলাঘাট উচ্চ

মাধ্যমিক বিদ্যালয়তে ডেৰকছৰ কাল সহকাৰী শিক্ষক হিচাবে কাম কৰি ১৯৫৪ চনত নব-প্ৰতিষ্ঠিত কুজীডাঁহ উচ্চ মাধ্যমিক বিদ্যালয়ত প্ৰধান শিক্ষক ৰূপে যোগদান কৰে। নিজ গাঁৱৰ এই চালুকীয়া অনুষ্ঠানটিৰ দায়িত্ব বহন কৰিয়েই বিদ্যালয়খনিক ভবিষ্যতে দেশৰ ভিতৰত এটি উল্লেখযোগ্য, আদৰ্শনীয় শিক্ষানুষ্ঠান ৰূপে গঢ়ি তোলাৰ সংকল্পেৰে বৰাদেৱে স্থানীয় ৰাইজৰ সহায় সহযোগিতাক সাৰথি কৰি দেহে-কেহে খাটিবলৈ ধৰিলে। ফলস্বৰূপে বিদ্যালয়খনি পূৰ্ণাঙ্গ পৰ্যায়লৈ আগবাঢ়িল। ১৯৭৭ চনত চনত বিদ্যালয়খনি উচ্চতৰ মাধ্যমিক পৰ্যায়লৈ উন্নীত হ'ল। সেইসময়ত উন্নীত হোৱা বিদ্যালয় সমূহৰ ভিতৰত এই কুজিডাঁহ উচ্চতৰ মাধ্যমিক বিদ্যালয়েই একমাত্ৰ বিদ্যালয় য'ত একেলগে কলা আৰু বিজ্ঞান দুয়োটা শাখা খুলিবৰ বাবে বিভাগীয় কৰ্ত্তৃপক্ষই অনুমতি প্ৰদান কৰে। ইয়াৰ বাবে বৰাদেৱৰ প্ৰচেষ্টা শলাগিব লগীয়া। তেতিয়াৰ পৰা বৰাদেৱে যোৱা ৩১-৩-৮৯ তাৰিখলৈকে অৰ্থাৎ অবসৰ গ্ৰহণ কৰাৰ আগ মুহূৰ্ত্তলৈকে অধ্যক্ষৰ পদত অধিষ্ঠিত হৈ সুখ্যাতিৰে বিদ্যালয়খনিক সকলো দিশত আগবঢ়াই নিয়ে।

১৯৬২ চনৰ চীনা আক্ৰমণৰ পৰিপ্ৰেক্ষিতত উদ্ভৱ হোৱা উৎকণ্ঠিত পৰিস্থিতিৰ মাজেৰেই তেখেতে বি-টি ডিগ্ৰী লাভ কৰে। সেই সময়তো তেখেতে কুজীডাঁহ উচ্চ মাধ্যমিক বিদ্যালয়ৰ সম্পাদকৰ গুৰু দায়িত্ব বহন কৰি নিখুঁট ভাৱে সম্পাদনা কাৰ্য্য সমাধা কৰিব পৰিছিল। তাৰ উপৰিও গাঁৱে গাঁৱে গৈ দান বৰঙণি সংগ্ৰহ কৰি প্ৰতিৰক্ষা পুঁজিলৈ আগবঢ়োৱা কাৰ্য্য সম্পাদনা কৰি স্বদেশ নমুনা দাঙি ধৰিছিল।

তেখেতে সততে কৰ্ম্মব্যস্ত হৈ থাকি ভাল পায়। সেয়েহে এখনি উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ মূৰব্বী হৈও সামাজিক সাংস্কৃতিক ধৰ্ম্মীয়, অৰ্থনৈতিক, ব্যবসায়িক অনুষ্ঠান প্ৰতিষ্ঠানৰ লগতে মৃত্যুৰ আগ মুহূৰ্ত্তলৈকে জড়িত হৈ সেইবোৰ অনুষ্ঠানৰ দায়িত্ব ভাৰো গ্ৰহণ কৰি আগবঢ়াই নিয়াত পিচ হুঁহকা নাছিল।

কুজীডাঁহ উচ্চতৰ মাধ্যমিক বিদ্যালয়ত বৰ্ত্তমানে চলি থকা উচ্চ মাধ্যমিক শিক্ষান্ত পৰীক্ষা কেন্দ্ৰ আৰু উচ্চতৰ মাধ্যমিক শিক্ষান্ত পৰীক্ষা কেন্দ্ৰ স্থাপনত বৰাদেৱৰ ভূমিকা অনন্য। উক্ত কেন্দ্ৰ দুটাৰ অধিক্ষক থাকি তেখেতে নিয়াৰিকৈ পৰীক্ষা কাৰ্য্য চলাইছিল।

হাইস্কুল শিক্ষক সন্থাৰ জিলা পৰ্য্যায়ত প্ৰায় ১৪ বছৰ আৰু ৰাজ্যিক

পৰ্য্যায়ত ২ বাৰ সভাপতিৰ পদ অলংকৃত কৰা বৰাদেৱ অসম মাধ্যমিক শিক্ষা পৰিষদৰো সদস্য আছিল। অধিবিদ্যা পৰিষদৰ স্ৰষ্টাসকলৰ ভিতৰত বৰাদেৱ অন্যতম। তেখেতে জিলা তথা ৰাজ্যিক পৰ্য্যায়ত ক্ৰমে কাৰ্য্যকৰি সভাপতি. উপ-সভাপতিৰ দায়িত্ব বহন কৰি নিজৰ যোগ্যতা প্ৰতিপন্ন কৰি আহিছিল। তাৰোপৰি নগাঁও জিলা বাচনি পৰীক্ষা পৰিষদৰ সৃষ্টিতো তেখেতৰ অৰিহণা অনস্বীকাৰ্য্য। এই পৰিষদৰ সভাপতি হিচাবে তেখেতে কেইবা বছৰো গুৰি ধৰিছিল।

১৯৫৯ চনৰ যোৰহাটত অনুষ্ঠিত হোৱা উত্তৰ পূৰ্ব্বাঞ্চলৰ প্ৰধান শিক্ষক সকলৰ চেমিনাৰত তেখেতে যোগদান কৰি সকলোৰে দৃষ্টি আকৰ্ষিত কৰিব পাৰিছিল। এনে ধৰণৰ কেইবাখনো জিলা পৰ্য্যায়ৰ আৰু ৰাজ্যিক পৰ্য্যায়ৰ চেমিনাৰত তেখেতে অংশ গ্ৰহণ কৰি নিজৰ জ্ঞান-পিপাসু মনটোক সন্তুষ্ট কৰিছিল। তেখেতে অসমৰ বাহিৰতো কেইবাবাৰো চেমিনাৰত যোগদান কৰিছিল। ১৯৭৬ চনত পশ্চিমবঙ্গৰ বহৰাত কৰ্ম্ম অভিজ্ঞতাৰ ওপৰত অনুষ্ঠিত হোৱা চেমিনাৰত অসমৰ দলক নেতৃত্ব দিছিল। ১৯৮৪ চনত জাতীয় শিক্ষা আঁচনি আৰু প্ৰশাসনৰ (NEPA) সৌজন্যত নতুন দিল্লীত অনুষ্ঠিত হোৱা চেমিনাৰত তেখেতে অংশ গ্ৰহণ কৰিছিল।

স্থানীয় জনধন বৰা আৰু হাতীচোং বালিকা উচ্চ-মাধ্যমিক বিদ্যালয় দুখনি গঢ়ি উঠাত বৰাদেৱৰ ভূমিকা উল্লেখনীয়। অঞ্চলৰ প্ৰায় সকলোবোৰ সৰু-বৰ শিক্ষানুষ্ঠানৰ লগতেই তেখেত জড়িত আছিল। কুজীডাঁহ উচ্চতৰ মাধ্যমিক-বিদ্যালয়ৰ বিজ্ঞানাগাৰটোৱে বৰাদেৱৰ অক্লান্ত শ্ৰম, দুৰ্দান্ত সাহস আৰু অঞ্চলটোক বিজ্ঞান শিক্ষাৰ ক্ষেত্ৰত আগুৱাই লৈ যোৱাৰ বহল মনোভাৱৰ এক সুন্দৰ দৃষ্টান্ত দাঙি ধৰিছে। স্থানীয় ৰাইজ, যুব-ছাত্ৰ সকলৰ সহায়-সহযোগিতাত চৰকাৰৰ পৰা কোনো আৰ্থিক অনুদান নোহোৱাকৈয়ে তেখেতে এই বিজ্ঞানাগাৰটো নিৰ্ম্মাণ কৰি উলিয়ায়।

অঞ্চলটোৰ উঠি অহা ছাত্ৰ-ছাত্ৰী সকলক উচ্চ শিক্ষাৰ সুবিধা প্ৰদান কৰাৰ মানসেৰে বৰাদেৱে অঞ্চলৰ ৰাইজৰ সহযোগিতা আৰু সমৰ্থনত ১৯৮৮ চনত হাতীচোং মহাবিদ্যালয় খোলাৰ ব্যৱস্থা কৰি নিজেই তাৰ সম্পাদকৰ দায়িত্ব মূৰ পাতি লৈছিল।

সুন্দৰ খোল-বাদন, সুন্দৰ ঘোষা-বড়গীতৰ পৰিবেশন আৰু অংকীয়া নাটৰ সুন্দৰ অভিনয়ে বৰাদেৱক শংকৰী কলা-কৃষ্টিৰ একনিষ্ঠ সাধক হিচাবে

প্ৰমাণ কৰে। ১৯৭৬-৭৭ চনত নগাওঁ জিলা অংকীয়া নাট অভিবৰ্ত্তনখনি কুজীডাঁহত অনুষ্ঠিত হোবাৰ মূলতেই আছিল ৰামেশ্বৰ বৰা। এই সংক্ৰান্তত তেখেতে নতুন দিল্লীলৈ গৈ সেই সময়ৰ জাতীয় কংগ্ৰেছৰ সভাপতি শ্ৰীদেৱকান্ত বৰুৱা আৰু প্ৰয়াত ৰাষ্ট্ৰপতি ফখৰুদ্দিন আলি আহমেদৰ ওচৰত দিহা পৰামৰ্শ বিচৰাৰ লগতে আৰ্থিক অনুদান আদি লাভৰ বাবেও প্ৰচেষ্টা চলাই সফল হৈছিল। তেওঁ উক্ত অনুষ্ঠানৰ কাৰ্য্যকৰী সভাপতি আছিল। আনহাতে কুজীডাঁহত প্ৰতিষ্ঠিত হোৱা শংকৰ চ'ৰা কলা পৰিষদ বৰাদেৱৰ আশাশুধীয়া চেষ্টাৰ ফল বুলিব পাৰি। এই পৰিষদৰ তেখেতে সম্পাদক আৰু সভাপতি হিচাবে কাৰ্য্য নিৰ্ব্বাহ কৰি নিজৰ সৃজনাত্মক মানসিকতাৰ পৰিচয় দিছিল।

১৯৬৮ চনৰ পৰা সদৌ অসম গোপালদেৱ সমাজৰ কাৰ্য্যকৰী কমিতিৰ সম্পাদক হিচাবে কাৰ্য্যভাৰ বহন কৰি বৰপেটা জিলাৰ ভবানীপুৰত গোপালদেৱ থানৰ পুনৰুদ্ধাৰ আঁচনিত স্থানীয় সমাজকৰ্ম্মী জয়নাথ বৰা আৰু হেমকান্ত হাজৰিকাদেৱৰ লগলাগি এক অভিলেখ স্থাপন কৰিলে। এই অঞ্চলৰ ৰাইজৰ পৰা দান-বৰঙণি সংগ্ৰহ কৰি থানখনৰ পুনৰ নিৰ্ম্মাণ কাৰ্য্য আৰম্ভ কৰি লুপ্তপ্ৰায় থানখনক পুনৰুজ্জীৱিত কৰি তোলে। তেখেত বটদ্ৰৱা গৱেষণা কেন্দ্ৰৰ কাৰ্যকৰী সদস্য হিচাবে নিজৰ ভূমিকা যোগ্যতাৰে পালন কৰি আহিছিল।

বৰাদেৱৰ যত্নতেই কুজীডাঁহত এখনি সুন্দৰ খেলপথাৰ সম্ভৱ হৈছে, য'ত জিলা তথা ৰাজ্যিক পৰ্য্যায়ৰ প্ৰতিযোগিতামূলক খেল-ধেমালি অনুষ্ঠিত হব পাৰিছে। তেখেত এজন ক্ৰীড়াপ্ৰেমী ব্যক্তি হোৱাৰ কাৰণেই নিজৰ বিদ্যালয়খনতো ক্ৰীড়াৰ প্ৰায়বোৰ সুবিধা আছে।

হাতীচোং ৰাজ্যিক চিকিৎসালয়খনি আজি ১৪ খন বিচনাযুক্ত এখন পূৰ্ণাঙ্গ পৰ্য্যায়ৰ চিকিৎসালয়লৈ উন্নীত হোৱাৰ ক্ষেত্ৰত বৰাদেৱৰ ভূমিকা উল্লেখযোগ্য। নিজে ঘূৰি ফুৰি স্থানীয় ৰাইজৰ সহযোগিতাত এই কাম সম্ভৱপৰ কৰি তুলিলে।

হাতীচোং সমবায় সমিতিৰ প্ৰতিষ্ঠাপক সভাপতি হৈ অঞ্চলটোৰ ৰাইজক সমবায়ৰ তাৎপৰ্যৰে প্ৰভাৱান্বিত কৰি উক্ত অনুষ্ঠানটোক ৰাইজৰ অনুষ্ঠান হিচাবে গঢ়ি তোলাত বৰাদেৱৰ অবদান স্মৰণীয়।

ইয়াৰ বাহিৰেও অঞ্চল, জিলা তথা ৰাজ্যখনৰ বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানলৈ নিমন্ত্ৰিত হৈ সভাপতি, বিশিষ্ট অতিথি হিচাবে দিয়া ভাষণ সমূহৰ পৰা বৰাদেৱৰ জনপ্ৰিয়তাৰ উমান পাব পাৰি। তেখেতৰ ভাষণ সমূহ লিপিবদ্ধ

কৰি একত্ৰে প্ৰকাশ কৰিব পৰাহেঁতেন অসমীয়া সাহিত্যৰ সি এক শ্ৰেষ্ঠ সম্পদৰূপে পৰিগণিত হ'লহেঁতেন।

শিক্ষক হিচাবে বৰাদেৱ আছিল এজন আদৰ্শ শিক্ষক। বিজ্ঞানৰ ছাত্ৰ হিচাবে মহাবিদ্যালয়ত ভৰ্ত্তি হৈ অৰ্থাভাৱত কলা বিভাগলৈ আহিব লগা হোৱাত তেখেতে সংস্কৃত বিষয় লৈ স্নাতক ডিগ্ৰী লাভ কৰাৰ উপৰিও সংস্কৃত টোলত পঢ়ি সংস্কৃত সাহিত্যৰ সোৱাদ লবলৈও সক্ষম হৈছিল। সকলো বিষয়তে শিক্ষাদান কৰিব পৰা এই কৃতী শিক্ষকজনে ছাত্ৰ-ছাত্ৰীক বিষয় বস্তুৰ প্ৰতি সোনকালে আগ্ৰহান্বিত কৰি তুলিব পাৰিছিল। এই দিশত তেখেত শিক্ষক সমাজৰ বাবে অনুকৰণীয়।

অফুৰন্ত মনোবল আৰু গভীৰ আত্মবিশ্বাসৰ গৰাকী এইজন শিক্ষকক ১৯৮০ চনত অসম চৰকাৰে ৰাজ্যিক বঁটাৰে পুৰস্কৃত কৰে যদিও এন এজন যোগ্য শিক্ষকক ৰাষ্ট্ৰীয় বঁটা প্ৰদান নকৰাটো আমাৰ জাতিৰেই দুৰ্ভাগ্য বুলি কব লাগিব। এই ক্ষেত্ৰত তেখেতৰ মনোভাৱ কিন্তু উদাৰ। তেখেতে কয় — "শিক্ষাৰ বাবে, সমাজৰ বাবে যি কিঞ্চিৎমান কিবা কৰিছোঁ সেইয়া মোৰ আত্মাক সন্তুষ্টি দিবৰ বাবেহে, কাৰোবাৰ পৰা প্ৰশংসা বা বঁটা পাবৰ বাবে নহয়।" ৰাজ্যিক বঁটা প্ৰাপ্ত শিক্ষক হিচাবে উজনি অসমৰ মৰানত বৰাদেৱক যেনে আড়ম্বৰ পূৰ্ণ অনুষ্ঠানৰ জৰিয়তে সম্বৰ্দ্ধনা জনোৱা হ'ল — সেইয়া নিশ্চয় কুজীডাঁহ উঃমাঃ বিদ্যালয় তথা অঞ্চলৰ বাবে পৰম গৌৰৱৰ বিষয়।

বৰাদেৱৰ দৃষ্টিত ছাত্ৰ-ছাত্ৰী নিজৰ সন্তানৰ দৰে। কথা প্ৰসঙ্গত এদিন তেখেতে কৈছিল — "মোৰ সন্তান বহুত। কিছুমান কুজীডাঁহত, কিছুমান অসমৰ আৰু অসমৰ বাহিৰৰ বিভিন্ন ঠাইত আৰু কিছুমান বিদেশত আছে।" ছাত্ৰ-ছাত্ৰীক এনেদৰে নিজ সন্তানৰ দৰে গ্ৰহণ কৰিব পৰা শিক্ষকৰ সংখ্যা আজিৰ যুগত আঙুলিৰ মূৰত লেখিব পাৰি। তেখেতে বিদ্যালয়ৰ শিক্ষক কৰ্ম্মচাৰীসকলক বন্ধু তথা ভাতৃৰ দৰে জ্ঞান কৰিছিল। প্ৰশাসনৰ ক্ষেত্ৰত কঠোৰ হলেও শিক্ষক কৰ্ম্মচাৰীসকলৰ বিপদ আপদত আন্তৰিকতাৰে সহায়ৰ হাত আগবঢ়োৱাটো বৰাদেৱৰ অন্যতম উদাৰতা আছিল। দুখীয়া ছাত্ৰ-ছাত্ৰীৰ শিক্ষাৰ ক্ষেত্ৰত তেখেতে জেপৰ ধন দান দিয়াৰ উদাহৰণ বহু আছে।

কুজীডাঁহ উচ্চতৰ মাধ্যমিক বিদ্যালয়খনি বৰাদেৱৰ চকুৰ মণি হিয়াৰ আমঠু আছিল। বিদ্যালয়খনি তেখেতৰ বাবে আছিল মন্দিৰ। বিদ্যালয় বন্ধ থকা দিনতো এবাৰ বিদ্যালয়লৈ নাহিলে তেখেতে শান্তি নেপায়। এই ক্ষেত্ৰত

দুটিমান উদাহৰণ দিলেই এই কথাৰ তাৎপৰ্য বুজি পোৱা যায়। তেখেতৰ বিবাহ হয় ১৯৬৫ চনত। বিবাহৰ পিচদিনা ন-কন্যা ঘৰত সুমুৱাই থৈ দৰাৰ সাজেৰেই তথাকথিত সামাজিক নিয়মকো আওকাণ কৰি বিদ্যালয়ৰ কাৰ্য্যালয়ত প্ৰবেশ কৰি পৰি থকা বিশেষ কামখিনি কৰিহে শান্তি পাইছিল। আকৌ ১৯৮৭ চনত তেখেতৰ চকু এটাৰ অস্ত্ৰোপচাৰ কৰিব লগা হয়। ডাক্তৰে তেখেতক দুমাহ সম্পূৰ্ণ বিশ্ৰাম লবলৈ উপদেশ দিয়ে। কিন্তু কেইদিনমান ঘৰত থাকিয়েই তেখেত অশান্ত হৈ উঠে। বন্ধা চকুটোৰেই বিদ্যালয়লৈ আহিহে শান্তি পায়হি, এঘণ্টা হলেও বিদ্যালয়লৈ অহাটো তেখেতৰ কাম আছিল। আনকি অৱসৰ পোৱাৰ পিছতো তেখেতে বিদ্যালয়খনিৰ মৰম পাহৰিব নোৱাৰি সদায়হেঁ এবাৰ অহাটো নৈমিত্তিক কাৰ্য হৈ পৰিছিল। অঞ্চলৰ বাইজে তেখেতৰ চাকৰি কাল কিছুদিনৰ বাবে বৃদ্ধি কৰিবৰ বাবে চৰকাৰৰ ওচৰত কৰা আবেদন চৰকাৰে অগ্ৰাহ্য কৰে যদিও জনপ্ৰিয় এই শিক্ষক জনক ৰাইজে সদায়েই মনৰ মাজত ৰাখিব।

বিদ্যালয়খনিৰ প্ৰতিটো খুঁতি-নাটি তেখেতৰ নখ-দৰ্পণত আছিল। কস্‌বাত বিদ্যালয়ৰ সাধাৰণ সৰু বস্তু এটা নষ্ট হলেও তেখেতে বেজাৰ পাইছিল। বিদ্যালয় চৌহদত গোবৰ এচপৰা বা ফঁটা-ছিঙা কাগজ এটুকুৰা পৰি থকাটোও তেখেতে সহ্য কৰিব নোৱাৰিছিল। তেখেতে সৰ্ব্বতো প্ৰকাৰে শিক্ষক, ছাত্ৰসকল সময়ানুবৰ্ত্তী আৰু নিয়মানুবৰ্ত্তী হোৱাটো মনে প্ৰাণে বিচাৰিছিল।

দ্বিতীয় মহাসমৰৰ বিভীষিকাক প্ৰত্যক্ষ কৰা পিতৃ স্নেহৰ পৰা বঞ্চিত হোৱা মাতৃৰ কাঢ়া অনুশাসনৰ তলত ডাঙৰ দীঘল হোৱা, অভাৱৰ বিকট ৰূপটোৰে সমুখা-সমুখি হোৱা এই ব্যক্তিজনে জীৱনক অতি ওচৰৰ পৰা চিনি পাইছিল। সেয়েহে তেখেতে যিকোনো প্ৰতিকূল অৱস্থাৰ সৈতে সহাৱস্থান কৰিবলৈ কেতিয়াও ভয় নকৰিছিল। সংঘাট তেখেতৰ বাবে লক্ষ্য পথৰ প্ৰত্যাহ্বান। সেই প্ৰত্যাহ্বান তেখেতে হাঁহিমুখে গ্ৰহণ কৰিব পাৰিছিল।

বৰাদেৱক যিয়ে এবাৰলগ পাইছে, তেখেতৰ মুখত লাগি থকা মিচিকীয়া হাঁহিটোৰে, আকৰ্ষণীয় ব্যক্তিত্বৰ এই সৰুফুটীয় মানুহজনক সহজে পাহৰিব নোৱাৰে। সেয়েহে এই বহুমুখী প্ৰতিভা সম্পন্ন ব্যক্তিজনৰ সম্পৰ্কে অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি, শিক্ষাবিদ, সু-সাহিত্যিক শ্ৰদ্ধেয় গিৰিধৰ শৰ্ম্মাদেৱে মন্তব্য কৰিছিল — " হাতীচোং মানে কুজীডাঁহ আৰু কুজীডাঁহ মানেই ৰামেশ্বৰ বৰা।" এইজন কৰ্ম্মযোগীৰ কৰ্ম্মপ্ৰেৰণাৰ অন্যতম উৎস হৈছে —

তেখেতৰ সুযোগ্যা সহধৰ্ম্মিনী। এই গৰাকী মহিলাই ঘৰুৱা সৰ্ব্ব দায়িত্ব মূৰ পাতি বৰাদেৱক সমাজৰ কৰ্ম্মক্ষেত্ৰলৈ আগবঢ়াই দিয়াটো কেনে ত্যাগ সেই কথা নিশ্চয় প্ৰণিধান যোগ্য।

মানৱ জীৱনৰ মূল্যায়ন হয় কৰ্ম্মৰ দ্বাৰা। বৰাদেৱৰ ক্ষেত্ৰতেই এই কথা আখৰে আখৰে প্ৰয়োগ কৰিব পাৰি।

কৰ্ম্মকে জীৱনৰ ধৰ্ম্ম বুলি গ্ৰহণ কৰা বহুমুখী প্ৰতিভাৰ এই ব্যক্তি গৰাকীয়ে জীৱনৰ শেষ মুহূৰ্ত্তলৈকে সেই ধৰ্ম্ম পালন কৰি আমাৰ বাবে ৰাখি থৈ গ'ল এক নজীৰ বিহীন আদৰ্শ। ১৯৯৫ চনৰ ৬ আগষ্ট তাৰিখে আমাক সকলোকে কন্দুৱাই পুনৰ উভতি নহা বাটেৰে তেখেত গুচি গ'ল চিৰ সুন্দৰৰ ৰাজ্যলৈ। ৰৈ গ'ল মাথোঁ তেখেতৰ কৰ্ম্ম-বীণাৰ ঝংকাৰ। শেষত কবিৰ ভাষাৰে কওঁ —

" ভাগি গ'ল বীণখনি ছিণ্ডি গ'ল তাঁৰ ;
ৰৈ গ'ল অৱশেষ অমিয়া ঝংকাৰ ।"

---

( ১৯৮৭-৮৯ চনৰ জ্ঞান-জ্যোতিত প্ৰকাশিত লিখাটোকে কিঞ্চিৎ সাল-সলনি কৰি পুনৰ মুদ্ৰন কৰোৱা হ'ল। — লিখক )

# ঃ কুজিডাঁহৰ গুণাকৰ ৺ৰামেশ্বৰ বৰাদেৱ ঃ

সিদ্ধেশ্বৰ বৰকাকতী
অৱসৰ প্ৰাপ্ত প্ৰধান শিক্ষক

"..... the real way to happiness is by giving out happiness to other people. Try to leave this world a little better than you found it and when your turn comes to die, you can die happy in feeling that at any rate you have not wasted your time but have done your best......... "

LORD BADEN POWEL

বিশ্ব ভাতৃত্বলৈ মহান সেৱা আগবঢ়োৱা লৰ্ড বেডেন পাওৱেলৰ মহান বাণী আখৰে আখৰে পালন কৰা ব্যক্তি আজি সমাজত কিমানজন আছে! এনে মহান ব্যক্তিৰ সংখ্যা গোটেই বিশ্বতেই নগণ্য। নহলেনো আজিৰ বিশ্বখনত ইমান অশান্তি অসূয়াৰ সৃষ্টি প্ৰতিদিনে বৃদ্ধি পায়ে থাকেনে? সৎ কৰ্মৰ প্ৰতি স্পৃহা থকা, মহান আদৰ্শ এটি প্ৰতিষ্ঠা কৰা, আত্ম ত্যাগেৰে মানৱ জাতিৰ প্ৰতি মহান সেৱা আগ বঢ়োৱা ব্যক্তি বৃদ্ধি হোৱা নাই। সেয়ে আজি সমাজৰ বা দেশৰ ৰাজহুৱা দায়িত্ব বহন কৰি মানৱ কল্যাণৰ বাবে নেতৃত্ব গ্ৰহণ কৰা তথাকথিত নেতাবিলাকে কোটি কোটি টকাৰ কেলেঙ্কাৰীত ডুব যাব লগা হৈছে। আজি মানুহে ধন-সম্পত্তিৰ লালসাত নিজৰ অতি আপোনজনকো হত্যা কৰিবলৈ ভয় নকৰা হ'ল। এনে বহুজন বিপথগামী পুৰুষৰ মাজতো কোনো কোনো সমাজত একো একোজন ত্যাগী আৰু আদৰ্শবান পুৰুষৰ আৱিৰ্ভাৱ হয়। ত্যাগ আৰু আদৰ্শক স্মৰণীয় কৰি যোৱাৰ অৰ্থেই মনে-প্ৰাণে সীমাহীন কষ্ট স্বীকাৰ কৰি পাৰ্থিৱ শৰীৰৰ অৱসান ঘটাবলৈ নিৰৱচ্ছিন্নভাবে কৰ্ম কৰি গ'ল ৰামেশ্বৰ বৰাদেৱে। পাৰ্থিৱ শৰীৰৰ মানুহজন আমাৰ মাজত নাই, কিন্তু তেওঁ আজি কুজীডাঁহ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ প্ৰতিটো গৃহৰ প্ৰতি চপৰা ইটা, প্ৰতিজোপা গছতেই যে অংকিত হৈ আছে, প্ৰতিবিম্বিত হৈ আছে। তেওঁ যেন আকাশে-বতাহে, সভাই-সমিতিয়ে সজীৱ হৈ আছে। এইজনা শিক্ষাগুৰুৰ সংস্পৰ্শলৈ অহা প্ৰতিজন ছাত্ৰ-ছাত্ৰী, প্ৰতি গৰাকী শিক্ষক-শিক্ষয়িত্ৰী কৰ্মচাৰী, প্ৰতিজন অভিভাৱক আৰু প্ৰতি গৰাকী সহৃদয় ব্যক্তিৰ মানস পটত যেন এই গৰাকী

সৰবৰহী, সুধাকৰ, শুৱনি, ত্যাগী পুৰুষৰ প্ৰতিবিম্ব জিলিকি আছে। ৰামেশ্বৰ বৰাৰ কুঞ্জীডাঁহ উচ্চতৰ মাধ্যমিক বিদ্যালয়লৈ আগবঢ়োৱা অৱিহণা বৰ্ণনা কৰিবলৈ গলে এখনি গ্ৰন্থই হৈ পৰিব। বিদ্যালয়খনিক সৰ্বাঙ্গসুন্দৰ কৰি গঢ়ি তোলাত তেখেতে অবিৰাম চেষ্টা কৰিছিল আৰু ইয়াৰ ফলো লাভ কৰিলে।

**ৰামেশ্বৰ বৰা মানুহজন ঃ** শিশু অৱস্থাতে পিতৃহাৰা হৈ মাতৃৰ অকুণ্ঠ মৰম-সাদৰেৰে লালিত-পালিত হৈ উঠিছিল যদিও বাল্যাবস্থাৰ পৰাই কঠোৰ জীৱন যাপন কৰাৰ ইঙ্গিত পাইছিল। সেয়ে সৰুৰে পৰাই শ্ৰমৰ মৰ্যদা বুজি পাইছিল, দায়িত্ব বোধৰ শিক্ষা, ধৈৰ্যশীল হোৱা, জীৱনটোক প্ৰত্যাহ্বান স্বৰূপে লোৱা, কষ্টসহিষ্ণু হোৱা আদি জীৱন যুদ্ধত অতিক্ৰম কৰিবলগীয়া বিভিন্ন ধৰণৰ গুণৰ অধিকাৰী মহান নাৰী তেওঁৰ মাতৃৰ পৰাই আহৰণ কৰিছিল। মাতৃৰ নৈতিক আৰু আধ্যাত্মিক আদৰ্শৰ অনুগামী হৈ পৰিয়ালৰ আন পাঁচ গৰাকী ককাই-ভাই আৰু এগৰাকী ভগ্নীৰে সৈতে বহুকাল মিলা-প্ৰীতিৰে জীৱন যাপন কৰিবলৈ সমৰ্থ হৈছিল। সৰু কালৰপৰাই এগৰাকী শুৱনি আৰু সুদৰ্শন পুৰুষ হিচাপে পৰিগণিত হোৱা স্বৰ্গীয় বৰাই তেখেতৰ মাতৃ আৰু একমাত্ৰ মোমায়েকৰ সযত্নত ডাঙৰ-দীঘল হয়। সুশ্ৰী দেহৰ এগৰাকী গাম্ভীৰ্যপূৰ্ণ আৰু আকৰ্ষণীয় পুৰুষ ৰামেশ্বৰ বৰাৰ উচ্চতা আছিল নিয়মীয়া, আৱশ্যকীয় দেহাবয়ৱেৰে এগৰাকী সুন্দৰ আৰু চকুত লগা ব্যক্তি। ধক্ধক্কৈ বগা ধুতি আৰু পাঞ্জাবী পৰিহিত আৰু ভৰিত সাধাৰণতে 'পামচু' জোতা পৰিধান কৰিয়েই কৰ্মজীৱনটো অতিবাহিত কৰা ৰামেশ্বৰ বৰাই খোজ কাঢ়োতে, ৰিক্সাত যাওঁতে নাইবা যেই কোনো যান-বাহনত যাওঁতে দূৰৰ পৰাই জিলিকি পৰিছিল আৰু তেওঁক চিনিব পৰা হৈছিল। পৰিপাতি পোছাকেৰে, হিচাপ কৰি কৰি খোজ কাঢ়োঁতে, গহীন-গম্ভীৰ কথা-বতৰাৰে, হাতত সাধাৰণতে লৈ ফুৰা পৰ্টফলিয়' ৰেগটোৰে তেওঁ এগৰাকী ভদ্ৰ আৰু সম্ভ্ৰান্ত পৰিয়ালৰ ব্যক্তিৰূপে চিহ্নিত হৈছিল। বিভিন্ন সভা-সমিতি, সাধাৰণ অফিচৰপৰা ৰজাঘৰীয়া বৰ বৰ অফিছলৈ যাওঁতেও তেওঁৰ একেটাই ধৰণ আৰু একেটাই অভ্যাস। কৰ্ম-সংস্কৃতি সম্যকভাৱে বুজি পাই তেওঁ সময়ৰ সদ্ব্যৱহাৰ কৰিব জানিছিল, শতকৰা ৯০ ভাগ নিজৰ শিক্ষানুষ্ঠানটি আৰু ৰাজহুৱা কামৰ বাবেই বিশ্ৰামহীনভাৱে টাকুৰী ঘূৰাদি ঘূৰি লক্ষ্যত উপনীত হবলৈ স্বৰ্গীয় বৰাই অহোপুৰুষাৰ্থ কৰিছিল। শ্ৰমৰ মৰ্যদাক গুৰুত্ব দিয়া কোমল হৃদয় আৰু মিষ্টভাষী ৰামেশ্বৰ বৰাই অনেক ব্যস্ততাৰ মাজতো সদায় সকলো সময়তে যাকে যেতিয়াই য'তে দেখা-দেখি হৈছিল তেতিয়াই এটি মিচিকীয়া হাঁহিৰে সম্ভাষণ জনাই খন্তেকৰ

ভিতৰতে ব্যক্তিগত আৰু সামাজিক খা-খবৰৰ বুজ লৈছিল। খন্তেকৰ বাবে হ'লেও লগ পোৱা শিশুৰপৰা বয়োজ্যেষ্ঠজনলৈকে সকলোৱে এই সুশ্ৰী, সুভাষী, আনন্দমুখৰ মানুহজনৰ প্ৰতিচ্ছবি মানস চক্ষুত ভাঁহি পৰিব।

**শিক্ষাব্ৰতী ঃ** প্ৰাথমিক স্তৰৰ শিক্ষা নিজ অঞ্চলতে শেষ কৰি বেবেজীয়া আৰু নগাঁও চৰকাৰী হাইস্কুলত অধ্যয়ন কৰি প্ৰবেশিকা পৰীক্ষা সুখ্যাতিৰে উত্তীৰ্ণ হোৱাৰ পিছতেই নগাওঁ মহাবিদ্যালয়ৰপৰা অঙ্ক-বিজ্ঞান বিষয়ত নিম্ন স্নাতক আৰু পিছত কলা বিভাগত স্নাতক ডিগ্ৰী লাভ কৰে। তেতিয়াৰ দিনত এনে শিক্ষাৰে শিক্ষিত লোকৰ সমাজত বৰ আদৰ সন্মান আছিল আৰু বিশেষকৈ ৰামেশ্বৰ বৰাৰদৰে ব্যক্তিৰ কথাই সুকীয়া আছিল। লগে লগে চকলাঘাট উচ্চ মাধ্যমিক বিদ্যালয়ত তেখেতক শিক্ষকতা কৰিবলৈ অনুৰোধ জনায় আৰু তেখেতেও আনন্দেৰে গ্ৰহণ কৰে। ছাত্ৰ-ছাত্ৰী, শিক্ষক-শিক্ষয়িত্ৰী আৰু সমাজৰ মাজত ৰামেশ্বৰ বৰা প্ৰিয় হৈ পৰে , এজন সমাজকৰ্মীক নিশ্চয় সকলোৱে সমাদৰ কৰিবই।

ইতিমধ্যে ১৯৫৪ চনত কুজীডাঁহত এখনি হাইস্কুল স্থাপনৰ যো-জা চলিল। আহ্বান আহিল ৰামেশ্বৰ বৰাই প্ৰধান শিক্ষকৰ দায়িত্ব বহন কৰিব লাগে। স্থানীয় ৰাইজৰ ইচ্ছা আকাংক্ষাক প্ৰত্যাখ্যান নকৰি তেখেতে সকলো দায়িত্ব মূৰ পাতি ললেহি। ইয়াৰ পৰাই আৰম্ভ হ'ল বিৰামহীন ভাবে চিন্তা আৰু অধ্যয়ন — বাস্তৱ পদক্ষেপ কি উপায়েৰে গ্ৰহণ কৰিব! সংকল্প ল'লে কুজীডাঁহ হাইস্কুলক এখনি জাকত-জিলিকা অনুষ্ঠান কৰিব লাগিব। ৰাইজৰ অকুণ্ঠ সহায়-সহযোগিতা, নিজৰ অক্লান্ত পৰিশ্ৰমৰ ফলত বিদ্যালয়খনিক দোপত-দোপে আগুৱাই নিয়াত সহায়ক হৈ পৰিল। সকলো ক্ষেত্ৰতে দ্ৰুত গতিৰে আগবঢ়াই নিয়াত ৰামেশ্বৰ বৰা সিদ্ধহস্ত হ'ল আৰু ১৯৭৭ চনত উচ্চতৰ মাধ্যমিক স্তৰলৈ উন্নীত কৰাত এই বিদ্যালয়ে আগস্থান পালে। অকল সেয়ে নহয়, কলা আৰু বিজ্ঞান শাখা দুয়োটাই খুলিবলৈ শিক্ষা বিভাগৰ পৰা প্ৰয়োজনীয় অনুমতিও পাবলৈ সক্ষম হয়। আন ফালে বিজ্ঞান বিষয়ৰ সকলো সা-সঁজুলি আৰু আচ্‌বাব আদিৰে এটি পূৰ্ণাঙ্গ বিজ্ঞানাগাৰ নিৰ্মাণ কৰাত বৰাদেৱে বিশেষ সফলতা লাভ কৰে। বিদ্যালয়ৰ বিভিন্ন গৃহ, পাঠদানৰ কোঠা, সভা গৃহ আদি আৱশ্যকীয় সকলো কাম অবিৰাম গতিত আগবঢ়াই নিয়াত ৰামেশ্বৰ বৰাই মানসিক আৰু শাৰীৰিক চিন্তাত মগ্ন হৈ পৰিব লগা হৈছিল। ধৈৰ্য্য, সহিষ্ণুতা, ক্ষমা গুণ, অধ্যয়নশীলতা, দৃঢ়মনা ৰামেশ্বৰ বৰাই কোনো ক্ষেত্ৰতে কোনো সময়তে পিচলৈ ঘূৰি চোৱাৰ সময় নাছিল।

১৯৬২ চনৰ শেষৰফালে চীনা আক্ৰমণ আৰম্ভ হয় ভাৰতৰ বিৰুদ্ধে। বৰাৰো শিক্ষা জীৱনৰ এটি খাপত আকৌ যেন ধুমুহা আহিছে। শিক্ষা আৰু প্ৰশাসনীয় জীৱনৰ অতি প্ৰয়োজনীয় শিক্ষা বি-টি ডিগ্ৰীৰ বাবে অধ্যয়নৰত বৰাই চীনা আক্ৰমণৰ ধুমুহা মুৰত লব লগাত পৰে। অক্টোবৰ মাহৰ কোনো এটা দিনত কামেং জিলাৰ টোৱাং অধিকাৰ কৰাৰ পিছত তেজপুৰৰ পৰা প্ৰায় ডেৰশ কিলমিটাৰ দূৰত্বৰ কামেঙৰ প্ৰধান ঠাই বমডিলা চীনা সৈন্যই দখল কৰিলে (Bomdila fall), তেতিয়া তেজপুৰকে ধৰি অসম তথা সমগ্ৰ ভাৰতবৰ্ষ সচকিত হৈ পৰিব লগা হ'ল। ত্ৰাসৰ সৃষ্টি হ'ল, চাৰিওফালে হাহাঁকাৰ লাগিল। তেজপুৰ অঞ্চলৰ মানুহ ভাগি ভুয়ৰি ব্ৰহ্মপুত্ৰৰ ইপাৰলৈ আহিবলগা হ'ল। তেতিয়া নগাঁও জিলাই জানো শান্তিৰে থাকিব পাৰিব! ৰামেশ্বৰ বৰাই এই ধুমুহাও অতিক্ৰম কৰি নিজ লক্ষ্যৰপৰা বিচলিত নহৈ বি-টি পৰীক্ষাত অৱতীৰ্ণ হয় আৰু সুখ্যাতিৰে এই পৰীক্ষাত উত্তীৰ্ণ হয়। স্নাতক পৰ্য্যায়ত সংস্কৃত বিষয় অধ্যয়ন কৰা বৰাই কুজীডাঁহৰ সংস্কৃত টোলত পুনৰ অধ্যয়ন কৰি এই বিষয়ত পুনৰ দক্ষতা বৃদ্ধি কৰা এটি বিশেষ উল্লেখযোগ্য দিশ।

উত্তৰ-পূৰ্বাঞ্চলৰ বিদ্যালয়সমূহৰ প্ৰধান শিক্ষকসকলৰ এখন চেমিনাৰ ১৯৫৯ চনত যোৰহাটত অনুষ্ঠিত হৈছিল। ৰামেশ্বৰ বৰাই উক্ত চেমিনাৰত মুখ্য ভূমিকা গ্ৰহণ কৰি শিক্ষা ব্যৱস্থা আৰু শিক্ষানুষ্ঠানৰ প্ৰশাসনীয় সংস্কাৰৰ ওপৰত আলোচনা আগবঢ়াই সকলোৰে প্ৰশংসা লাভ কৰে। অসম মাধ্যমিক শিক্ষা পৰিষদৰ অন্তৰ্গত বিদ্যালয়বিলাকত কৰ্ম-অভিজ্ঞতাৰ আঁচনি প্ৰবৰ্তন কৰাৰ সময়ত এই বিষয়ত ১৯৮৪ চনত ৰাষ্ট্ৰীয় শিক্ষা আঁচনিৰ অংশ স্বৰূপে নতুন দিল্লীত অনুষ্ঠিত হোৱা চেমিনাৰত ৰামেশ্বৰ বৰাদেৱে অংশ গ্ৰহণ কৰি নিজৰ লগতে অসমৰ শিক্ষা জগতলৈ শৈক্ষিক দিশত জ্ঞানৰ ভাণ্ডাৰ কঢ়িয়াই আনিছিল। ইয়াৰ উপৰিও জিলা আৰু ৰাজ্যিক পৰ্য্যয়ত আয়োজন কৰা প্ৰায়বিলাক শিক্ষামূলক আলোচনা চক্ৰত তেখেতে দক্ষতাৰে অংশ গ্ৰহণ কৰিছিল।

শিক্ষাৰ সংস্কাৰ আৰু উন্নয়নৰ ক্ষেত্ৰত ৰাজ্যিক অধিবিদ্যা পৰিষদ, জিলা অধিবিদ্যা পৰিষদ আৰু শিক্ষক সন্থাৰ লগত বিভিন্ন প্ৰকাৰে জড়িত থকাৰ উপৰিও নিজ বিদ্যালয়ত এই অভিজ্ঞতা বিলাই শিক্ষক-শিক্ষয়ত্ৰী আৰু ছাত্ৰ-ছাত্ৰীক উপকৃত কৰিছিল। বৰাৰ কাৰ্যকালতে তেখেতৰ সবল নেতৃত্বত বিদ্যালয়ৰ মুখপত্ৰ "জ্ঞানজ্যোতি"ৰ সৃষ্টি হয়। শিক্ষাব্ৰতী, কৰ্মযোগী হিচাপে শিক্ষাজগতলৈ কঢ়িয়াই অনা, শিক্ষাজগতলৈ আগবঢ়োৱা বৰঙণিৰ স্বীকৃতি স্বৰূপে ৰামেশ্বৰ

বৰাক অসম চৰকাৰে ১৯৮০ চনত কৃতি শিক্ষকৰ বঁটাৰে সন্মান জনোৱাতো লেখত লবলগীয়া কথা। স্বৰ্গীয় বৰা ৰাষ্ট্ৰীয় বঁটাৰ বাবেও যোগ্য আছিল।

**প্ৰশাসক :** যি মনোকামনাৰে বিদ্যালয়খনিৰ প্ৰতি নিষ্ঠা আৰু সততাৰে সেৱা আগবঢ়াইছিল - সেই কামনা ˚ বৰাই শতকৰা ৯৯ ভাগ পূৰ কৰিছে বুলি ভাবিব পাৰি। বিদ্যালয়ৰ কাৰ্য্যালয়ৰ পঁৰা আৰম্ভ কৰি প্ৰতিটো সূক্ষ্ম কথাৰ পৰা গভীৰ কথালৈকে পৰ্যবেক্ষণ কৰি সকলো কামেই সূচাৰু ৰূপে পৰিচালিত হোৱাৰ ক্ষেত্ৰত তেখেত সচেতন আছিল। বিদ্যালয়ৰ নিয়ম-শৃংখলা অটুট্ ৰখাত তেওঁ চোকা দৃষ্টি ৰাখিছিল। সময়ানুবৰ্ত্তিতা, নিয়মানুবৰ্ত্তিতা ˚ বৰাৰ চিৰ লগৰীয়া আছিল। শৈক্ষিক আৰু প্ৰশাসনিক দিশৰ উন্নয়নৰ ক্ষেত্ৰত শিক্ষক সভা, ছাত্ৰ একতা সভা, ছাত্ৰ সন্থাৰ লগত বুজা-পৰাৰ জৰিয়তে শিক্ষাৰ মানদণ্ড অটুট্ ৰখাৰ বাবে যত্নৰ ত্ৰুটি কৰা নাছিল। শিক্ষক-কৰ্মচাৰী, ছাত্ৰ-ছাত্ৰীক সদায় মৰমৰ ডোলেৰে বান্ধ খুৱাই অনুশাসনৰ জৰী লগাইছিল। সকলো শিক্ষক-শিক্ষয়ত্ৰী, কৰ্মচাৰী আৰু ছাত্ৰ-ছাত্ৰীয়ে এই বিদ্যালয় খনিৰ বৃহত্তৰ স্বাৰ্থৰ কাৰণে মাৰ বান্ধি কাম কৰাত স্বৰ্গীয় বৰাই অনুপ্ৰেৰণা যোগাইছিল। কিন্তু কেতিয়াও কোনো ক্ষেত্ৰতেই প্ৰশাসনীয় দিশটোত ঘূণে ধৰিবলৈ নিদিছিল। বিদ্যালয়ৰ শৈক্ষিক পৰিবেশ অটুট্ ৰখাৰ ক্ষেত্ৰত ˚ বৰাই জিলা তথা ৰাজ্যিক পৰ্যায়ৰ উচ্চপদস্থ বিষয়াসকলৰ লগত সততে যোগা-যোগ ৰাখিছিল আৰু মাজে-সময়ে নিজৰ বিদ্যালয়লৈ আমন্ত্ৰণ কৰিও বিভিন্ন দিশ আলোচনা কৰিছিল। কেতিয়াবা কোনো ক্ষেত্ৰত বৰাদেৱ বিদ্যালয়ত অনুপস্থিত থাকিব লগা হ'লেও বিদ্যালয়খনি পৰিচালনাত তেখেতৰ অনুগামীসকলে তেখেতৰ পদক্ষেপক অনুসৰণ কৰি বিদ্যালয়খনৰ ঐতিহ্য অটুট্ ৰখাত অৰিহণা যোগাইছিল। ৰামেশ্বৰ বৰাদেৱে নিজৰ অনুষ্ঠানৰ উপৰিও অন্যান্য সহ শিক্ষক, সামাজিক আৰু সাংস্কৃতিক অনুষ্ঠানবিলাকৰো আৱশ্যকীয় দিশবোৰত নিয়ম-শৃংখলা মানি চলাৰ বাবে প্ৰয়োজনীয় পৰামৰ্শ আগবঢ়াইছিল।

**সংগঠক আৰু সমাজ সেৱক :** নিজ বিদ্যালয়ৰ কৰ্ম ব্যস্ততাৰ ভিতৰতেই ৰাতিপুৱা, গধূলি, বন্ধৰ দিন আদিত সমাজৰ বিভিন্ন অনুষ্ঠানৰ প্ৰতি সেৱা আগবঢ়াবলৈ ˚ বৰাই সময় উলিয়াইছিল। সেইবাবেই হয়তো আজীৱন শিক্ষাব্ৰতী, সু-সাহিত্যিক, অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি স্বৰ্গীয় গিৰিধৰ শৰ্মাদেৱে কৈছিল "হাতীচোং মানে কুজীডাঁহ আৰু কুজীডাঁহ মানেই ৰামেশ্বৰ বৰা।" পিছে নিজৰ বিদ্যালয়খনিৰ কামখিনি যাতে কোনো কাৰণত পিছ পৰি

নেথাকে সেইটো তেখেতৰ প্ৰধান লক্ষ্য আছিল। কুজীডাঁহত উচ্চ মাধ্যমিক শিক্ষান্ত আৰু উচ্চতৰ মাধ্যমিক শিক্ষান্ত পৰীক্ষা কেন্দ্ৰ স্থাপনত প্ৰধান ভূমিকা লৈ দুয়োটা কেন্দ্ৰই যথা সময়ত স্থাপন কৰিলে। জয়ধন বৰা আৰু হাতীচোং উচ্চ বালিকা বিদ্যালয় দুখনি গঢ়ি তোলাত ৰামেশ্বৰ বৰাদেৱৰ বৰঙণি চিৰস্মৰণীয় হৈ ৰব। হাতীচোং অঞ্চলৰ ৰাইজৰ সুবিধাৰ্থে তেখেতে হাতীচোং মহাবিদ্যালয় স্থাপন কৰাত সম্পাদকৰ দায়িত্ব বহন কৰি মৃত্যু পৰ্যন্ত এই দায়িত্ব পালন কৰি মহাবিদ্যালয়খনিক গতিশীল কৰিবলৈ সমৰ্থ হ'ল। এই কলেজখনৰ বাবে অৰ্থ সংগ্ৰহত স্বৰ্গীয় বৰাদেৱে আপ্ৰাণ চেষ্টা চলালে, বিভিন্ন ধৰণৰ উপায় অবলম্বন কৰি বৰ্ত্তমানৰ পৰ্যায়লৈ উন্নীত কৰাত সক্ষম হয়। গাওঁ, জিলা তথা অসমৰ ভিতৰতে প্ৰথম পদক্ষেপ অংকীয়া নাটৰ এখনি উৎকৃষ্ট অভিবৰ্ত্তন কুজিডাঁহত আয়োজন কৰাৰ গুৰিতেই ৰামেশ্বৰ বৰাই আছিল। অভিবৰ্ত্তনখনৰ কাৰ্য্যকৰী সভাপতিৰ দায়িত্বত থাকি আৰ্থিক অনুদানকে ধৰি বিভিন্ন বিষয়ত সহায়-সহযোগৰ বাবে ৰাজ্য চৰকাৰ তথা কেন্দ্ৰীয় চৰকাৰৰ লগতো যোগাযোগ ৰাখিছিল। সেই সময়ত ভাৰতৰ ৰাষ্ট্ৰপতি প্ৰয়াত ফখৰুদ্দিন আলি আহমেদ, ৰাষ্ট্ৰীয় কংগ্ৰেছৰ সভাপতি প্ৰয়াত দেৱকান্ত বৰুৱাৰো কাষ চাপি অভিবৰ্ত্তনখনি সাফল্যমণ্ডিত কৰাত সহায় সহযোগ বিচাৰিছিল। তিনিটা ভাষাত অসমীয়া, ইংৰাজী আৰু হিন্দীৰ প্ৰবন্ধ আদিৰে এখনি সৰ্বাঙ্গসুন্দৰ স্মৃতিগ্ৰন্থও অভিবৰ্ত্তন উপলক্ষে প্ৰকাশ কৰোৱা হৈছিল। প্ৰাচ্যতত্ত্ববিদ্ ড° মহেশ্বৰ নেওগকে প্ৰমুখ্য কৰি ড° সত্যেন্দ্ৰ নাথ শৰ্মা, শিল্পী যুগল দাস, কমল নাৰায়ণ চৌধুৰী আদিৰ সমাগম হৈছিল এই অভিবৰ্ত্তনত। ইয়াতেই অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি ˚ গিৰিধৰ শৰ্মা, ˚ বেণুধৰ শৰ্মা, ˚ অতুল চন্দ্ৰ হাজৰিকা আদি গুণী-জ্ঞানী সাহিত্যিক সকলক সম্বৰ্দ্ধনা জনোৱাৰ ব্যৱস্থা কৰিছিল। হাতীচোং শাখা সাহিত্য সভাৰ সভাপতি ˚ ৰামেশ্বৰ বৰাই উপকণ্ঠ কৰ্মৰাজিৰ উপৰিও কুজিডাঁহৰ সাংস্কৃতিক দিশত অঞ্চলটোক আগবঢ়াই নিয়াৰ উদ্দেশ্যে শংকৰ চ'ৰা কলাপৰিষদ স্থাপন কৰি বহুকাল ধৰি ক্ৰমে সভাপতি আৰু সম্পাদকৰ দায়িত্বত থাকি অনুষ্ঠানটিক গতিশীলতা দি গ'ল। অঞ্চলটোত হোৱা সাহিত্য সাংস্কৃতিকমূলক অনুষ্ঠান, সমাৰোহ যেনে — শংকৰ জন্মোৎসৱ, ৰাস উৎসৱ, বিহু উৎসৱ, আদিত বিশেষ বিশেষ দায়িত্ব লৈ ৰাইজক উৎসাহ-উদ্দীপনা যোগাইছিল।

নিজ এলেকাৰ বাহিৰেও অসম সাহাৰ্য্যপ্ৰাপ্ত হাইস্কুল শিক্ষক সন্থাৰ নগাওঁ জিলা শাখাৰ ১৪ বছৰ কাল আৰু ৰাজ্যিক পৰ্য্যয়ত দুবছৰ কাল

সভাপতিৰূপে দায়িত্ব গ্ৰহণ কৰি সবল নেতৃত্ব প্ৰদান কৰি শিক্ষাৰ দিশত আৰু শিক্ষক কৰ্মচাৰীসকলৰ চাকৰিৰ ক্ষেত্ৰত প্ৰধান ভূমিকা গ্ৰহণ কৰিছিল। অধিবিদ্যা পৰিষদৰ জিলা পৰ্য্যায়ত কাৰ্যকৰী সভাপতি, উপসভাপতি আদিৰ দায়িত্বত থাকি আৰু ৰাজ্যিক অধিবিদ্যা পৰিষদৰ কাৰ্যপালিকাত থাকি জিলাখন আৰু ৰাজ্যখনৰ শৈক্ষিক, প্ৰশাসনিক দিশত নানাধৰণৰ গঠনমূলক পৰামৰ্শ আগবঢ়াইছিল। পৰীক্ষাৰ ক্ষেত্ৰত পোনপটীয়াভাবে হাইস্কুল শিক্ষান্ত বাছনি পৰীক্ষা পৰিষদৰ গঠনতো মূখ্য ভূমিকা গ্ৰহণ কৰিছিল আৰু কেইবাবছৰো ইয়াৰ সভাপতিৰ দায়িত্বত থাকি ইয়াৰ গুৰি ধৰিছিল।

অন্যান্য সামাজিক, সাংস্কৃতিক কামৰ ভিতৰত স্বৰ্গীয় বৰাদেৱে বৰদোৱাৰ শঙ্কৰদেৱ গৱেষণা কেন্দ্ৰৰ লগত আৰম্ভণিৰ পৰাই সক্ৰিয়ভাৱে জড়িত আছিল আৰু কেন্দ্ৰটিৰ উন্নয়নৰ বাবে বিভিন্ন প্ৰকাৰে সেৱা আগবঢ়াইছিল। হাতীচোং ৰাজ্যিক চিকিৎসালয় ৩০ খনীয়া বিচনাযুক্ত কৰা, কুজীডাঁহ খেলপথাৰ উন্নত কৰা, হাতীচোং সমবায় সমিতিৰ প্ৰতিষ্ঠাপক সভাপতি হৈ ৰাইজৰ উপকাৰত অহা ব্যৱস্থা কৰা আদি বিভিন্ন সৰু বৰ অনুষ্ঠানৰ লগত বৰা ওতঃপ্ৰোতভাবে জড়িত আছিল।

**ধৰ্মপৰায়ণ আৰু শিল্পী ঃ** শ্ৰীশ্ৰীমাধৱদেৱৰ ধৰ্মীয় উত্তৰাধিকাৰী শ্ৰীশ্ৰীগোপালদেৱ আতাৰ স্মৃতি বিজড়িত ভৱানীপুৰ থানৰ মূল কীৰ্ত্তনঘৰ প্ৰতিষ্ঠান কাৰ্যত অসমৰ আন আন ঠাইৰ ভক্তসকলৰ লগতে কুজীডাঁহৰ ৰাইজ সমন্বিতে বৰাদেৱেও ১৯৬৭ চনত প্ৰধান সম্পাদকৰ দায়িত্বত থাকি কীৰ্ত্তনঘৰ নিৰ্মাণ কৰি মহাপুৰুষৰ স্থান পবিত্ৰ কৰিলে। নগাঁৱৰ পৰা সুদূৰ বৰপেটাৰ ভৱানীপুৰত এনেকাম সুখ্যাতিৰে পৰিচালনা কৰাত ধৰ্মগুৰুৰ প্ৰতি থকা বৰাৰ গভীৰ ভক্তিৰ পৰিচয় পোৱা যায়। নিজৰ ঘৰৰ ধৰ্মীয় অনুষ্ঠানবিলাকো অতি আন্তৰিকতা আৰু নিষ্ঠাৰে তেখেতে সমাপন কৰিছিল। দুখীয়া নিচলা আৰু দুৰ্বল লোকক সহায় কৰি দান-দক্ষিণা দি তেখেতে পৰম সন্তোষ পাইছিল। উল্লেখযোগ্য যে কুজীডাঁহৰ যুৰীয়া নামঘৰ স্থানান্তৰ কৰি পুনৰনিৰ্মাণ কৰাত মৃত্যুৰ সময়লৈকে বৰাই আগবঢ়োৱা সেৱা সকলোৰে বাবে স্মৰণীয় হৈ ৰ'ল।

শংকৰী কলা-কৃষ্টিৰ সাধক ৰামেশ্বৰ বৰাই 'ঘোষা-বৰগীত' সম্পূৰ্ণৰূপে আয়ত্ত কৰি লৈছিল। নিজ এলেকাৰ উপৰিও বিভিন্ন অনুষ্ঠানত বৰগীত পৰিবেশন কৰিব পৰাতো তেখেতৰ বাবে লক্ষ্যণীয় বিষয় আছিল। পূৰ্বতে উল্লেখ কৰাৰ দৰে অংকীয়া নাট অভিবৰ্ত্তনত মূখ্য ভূমিকা গ্ৰহণ কৰিয়েই স্বৰ্গীয় বৰাদেৱ ক্ষান্ত

নাছিল ; মহাপুৰুষীয়া গীত, ৰাগ-ৰাগিনী আয়ত্ত কৰি তাক কাৰ্যক্ষেত্ৰত ব্যৱহাৰ কৰিবলৈকো সমৰ্থ হৈছিল। অঙ্কীয়া নাটত শ্ৰীকৃষ্ণৰ অভিনয় কৰি দৰ্শকৰ পৰা ˚বৰাই ভূয়সী প্ৰশংসা লাভ কৰিছিল। তেখেতে এই সাধনা শেষ সময়লৈকে অটুট্ ৰাখিছিল।

**পত্নীৰ প্ৰতি কৰ্ত্তব্য ঃ** শ্বহীদ মণিৰাম দেৱান, বনফুলৰ কবি যতীন্দ্ৰনাথ দুৱৰা, বাগ্মীবৰ নীলমনি ফুকন, অসমৰ প্ৰথম মহিলা স্নাতক সুখলতা দুৱৰা আৰু সুধালতা দুৱৰা, বুৰঞ্জীবিদ্ বেণুধৰ শৰ্মা আদিৰ জন্মস্থান তথা বাসস্থান শিৱসাগৰ জিলাৰ চাৰিঙৰ সাতখেল কাকতিৰ অভয়াপুৰীয়া ফৈদৰ সামজকৰ্মী, মুক্তিযোদ্ধা, চাহবাগিছাৰ অৱসৰপ্ৰাপ্ত পৰিচালক গুৰুগম্ভীৰ ˚লোকনাথ কাকতিৰ পঞ্চমা কন্যা শ্ৰীমতী অঞ্জলি কাকতিৰ লগত ১৯৬৫ চনৰ ২২ চেপ্তেম্বৰ তাৰিখে বৰাদেৱৰ বিবাহ সম্পন্ন হয়। "Man is the creator woman the lover" ড°ৰাধাকৃষ্ণণৰ বাণীক সাৰোগত কৰি এগৰাকী নাৰীৰ প্ৰতি কৰিবলগীয়া কৰ্ত্তব্যৰপৰা বৰাদেৱ বিৰত নাছিল। এইগৰাকী নাৰীয়েও ˚বৰাদেৱৰ গাৰ লগত ছাঁৰ দৰে লাগি থাকি তেখেতক সকলো দিশতে প্ৰেৰণা যোগাইছিল।

"Where women are honoured there the gods are pleased ........." MANU প্ৰায় চাৰিহেজাৰ বছৰ পূৰ্বেই সেই যুগৰ সংস্কৃত পণ্ডিত তথা আইনজ্ঞ, মনুস্মৃতিৰ প্ৰণেতা মহান ব্যক্তি মনুৰ মহামন্ত্ৰ কুৰি শতিকাৰ শেষাৰ্দ্ধত তথা আগন্তুক সকলো কাললৈকে সত্য বুলি পৰিগণিত হ'ব। ৰামেশ্বৰ বৰাদেৱৰ লগত বৈবাহিক সম্পৰ্ক স্থাপনৰ ঠিক এবছৰ নৌ হওঁতেই শ্ৰীমতী বৰাক হাতীচোং ছোৱালী বিদ্যালয়ৰ প্ৰধান শিক্ষয়িত্ৰীৰ দায়িত্ব লবলৈ স্বামীয়ে উৎসাহ উদ্দীপনা আৰু অনুপ্ৰেৰণা যোগালে। অৱশ্যে শ্ৰীমতীবৰাই ইতিমধ্যেই সন্মান সহকাৰে বি-এ ডিগ্ৰী লাভ কৰি আহিছিল। সেয়ে যোগ্যজনক দায়িত্বপূৰ্ণ ভাৰ গটোৱাত ৰাইজেও সমৰ্থন যোগালে।˚বৰাৰ নানা ধৰণৰ জটিল দায়িত্বৰ মাজতেই হাতীচোং ছোৱালী হাইস্কুলৰ উন্নতিৰ প্ৰতি লক্ষ্য ৰাখিব লগা হ'ল বিভিন্ন ধৰণেৰে। সেইয়া অকল পত্নীয়ে কাম কৰা স্কুল বুলিয়েই নহয়, হাতীচোঙৰ এটি অতি প্ৰয়োজনীয় নাৰীৰ শিক্ষানুষ্ঠান হিচাপেহে। যৌথ পৰিয়াল এটিৰ নানা সাংসাৰিক জঞ্জালৰ মাজতো বিদ্যালয়খনিৰ ক্ৰমোন্নতিৰ হকে দেহে-কেহে খাতি ত্যাগৰ মনোভাবেৰে কৰ্মক্ষেত্ৰত আগবাঢ়ি যাবৰ বাবে স্বামীয়ে স্ত্ৰীক আৰু স্ত্ৰীয়েও ঠিক তেনেদৰে স্বামীক পৰস্পৰ সহায়-সহযোগিতা আৰু অনুপ্ৰেৰণা যোগাই নিজৰ নিজৰ কৰ্ত্তব্য পালন কৰে আৰু নিৰ্দ্ধাৰিত লক্ষ্যত উপনীত হবলৈ সক্ষম হয়।

প্ৰয়াত ৰামেশ্বৰ বৰাই জীৱিত কালত মনে ভবা পৰিকল্পনা পত্নী অঞ্জলি বৰাই আখৰে আখৰে পালন কৰি পতি-পত্নীৰ সম্বন্ধ অটুট্ ৰাখিব পাৰিছিল। দুয়োৰে সৰল আৰু নিখুঁট পৰিকল্পনাই বাস্তৱৰ ৰূপ ললে। দুটি কন্যা শ্যামলিমা আৰু কস্তুৰীমা দুয়োগৰাকীয়ে উপযুক্ত শিক্ষালাভ কৰে। পাৰিবাৰিক জীৱনটো বৰাদেৱ বৰ নিখুঁট আছিল। এই কথা বৰাদেৱৰ আশ্ৰমসদৃশ বাসস্থানৰ পৰিবেশেই প্ৰমাণ কৰে। ইয়াৰদ্বাৰা তেখেতলোকৰ সুৰুচি সম্পন্ন সৌন্দৰ্য্যবোধৰ পৰিচয়ো পোৱা যায়।

ৰামেশ্বৰ বৰাদেৱৰ দৰে বহুগুণী লোকৰ সান্নিধ্যই মোক বিশেষভাবে মোহাবিষ্ট কৰিছিল। সেয়ে তেনে এজন প্ৰকৃত শিক্ষাব্ৰতী, সমাজ-সেৱক, কলা-সংস্কৃতিৰ সাধক, জাতীয় চেতনাবোধ সম্পন্ন ব্যক্তিৰ বহুমুখী প্ৰতিভাৰ ওপৰত আলোকপাত কৰাৰ লগতে এইজন ব্যক্তিৰ জীৱনৰ আদৰ্শও নতুন প্ৰজন্মৰ বাবে চিন্তা-চৰ্চাৰ বিষয় হোৱাটো নিতান্ত প্ৰয়োজনীয় কথা। শেষত বৰাদেৱৰ আত্মাৰ চিৰশান্তি কামনা কৰি ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনালো।

******

# 'অধ্যক্ষ ৰামেশ্বৰ বৰাক
# মই যেনেদৰে বুজিছিলোঁ ............।'

লক্ষেশ্বৰ কোৱঁৰ।

স্বৰ্গীয় চন্দ্ৰফুকন দেৱে নগাওঁ জিলাৰ পূবসীমাত থকা অতি অখ্যাত ঠাই কুঠৰীখনক অসমৰ মেপত এটা বিন্দু হিচাবে থৈ যোৱাৰ প্ৰয়াস কৰিছিল আৰু বাস্তৱত তেখেত সফল হৈছিল। সচাঁকৈয়ে 'চন্দ্ৰফুকন মানেই কুঠৰী, আৰু কুঠৰী মানেই চন্দ্ৰফুকন' বুলি ক'লে অতিৰঞ্জিত কৰা নহয় যেন লাগে। সেইদৰে নগাওঁ জিলাৰ মাজখণ্ডতো নগাওঁ চহৰৰ পৰা নাতিদূৰত কুজীডাঁহ নামে গাৱঁত এজন সৰুফুটীয়া, খৰ গতিশীল, নিৰবচ্ছিন্ন সমাজ কৰ্ম্মী ব্যক্তিৰ আবিৰ্ভাৱ হৈছিল কুৰিশতিকাৰ মাজভাগত, যাৰ কৰ্ম্মৰাজিৰ কেন্দ্ৰস্থল আছিল কুজীডাঁহ নামৰ সেই সৰু অঞ্চলটো, যিখন ঠাইক তেওঁৰ অক্লান্ত কৰ্ম্মনিষ্ঠাৰে এজন খ নিকৰৰ দৰেই তিলতিলকৈ গঢ়ি অসমৰ মানচিত্ৰত এটা পৰিচিত বিন্দুলৈ ৰূপান্তৰিত কৰিব বিচাৰিছিল ; শিক্ষাই সংস্কৃতিয়ে, খেলাই -ধূলাই আমৃত্যু পৰ্যন্ত। সেইজনেই আছিল কুজীডাঁহ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ প্ৰতিস্থাপক অধ্যক্ষ তথা সমাজৰ সকলো ক্ষেত্ৰতে অগ্ৰণী পুৰুষ প্ৰয়াত ৺ৰামেশ্বৰ বৰা।

১৯৭৮ চনৰ শেহৰ ফালে যেতিয়া কুজীডাঁহ উচ্চতৰ মাধ্যমিকৰ + ২ স্তৰৰ ইংৰাজী বিষয়ৰ শিক্ষক ৰূপে যোগদান কৰোঁ তেতিয়াৰ পৰাই আমি প্ৰকৃততে ৺বৰা দেৱৰ সান্নিধ্যলৈ আহোঁ। তেতিয়াৰ পৰাই ৺বৰাদেৱক আমাৰ দৃষ্টিভংগীৰে লক্ষ্য কৰি তেখেতৰ ব্যক্তিত্বৰ কেইটিমান বৈশিষ্ট্য লক্ষ্য কৰিছিলোঁ, যাৰ বাবে আমি তেখেতক আন্তৰিকতাৰে শ্ৰদ্ধা কৰিছিলোঁ ।

উচ্চতৰ মাধ্যমিক বিদ্যালয় এখনৰ পৰিচালনা, ব্যৱস্থাপনা আৰু প্ৰশাসনৰ ক্ষেত্ৰত ভালেমান আভ্যন্তৰীণ আৰু বহিঃ সমস্যা থাকে। সেই সকলোবোৰ সমস্যাকেই ৺বৰাদেৱে বলিষ্ঠ নেতৃত্ব আৰু অপৰিসীম মনোবলেৰে সমাধান কৰি লৈ গৈছিল। অৱশ্যে এটা কথা কবই লাগিব যে কোনো কোনো বিষয় সম্পৰ্কত ৺বৰাদেৱ আৰু আমি দুটা বিপৰীত বিন্দুত অৱস্থান লৈছিলোঁ। এই কথাটোৱে তেখেতক নিশ্চয় আমনি দিছিল, আৰু আমি আমাৰ সতীৰ্থ সকলৰ মাজত হৈ পৰিছিলোঁ সাময়িক ভাৱে অপ্ৰিয়। আমাৰ সতীৰ্থ সকলৰ ভালেসংখ্যক হয় তেখেতৰ সহপাঠী, সমবয়সীয়া, নাইবা তেখেতৰ ছাত্ৰ।

সকলোৱে তেখেতক অতি স্নেহ আৰু আদৰ কৰিছিল, আৰু নিৰ্ব্বিবাদে তেখেতৰ ইচ্ছা অনুসৰিয়েই কাম কৰি গৈছিল। সেয়ে কোনো ক্ষেত্ৰত তেখেতৰ সদ্ধান্ত সম্পৰ্কে প্ৰশ্ন কৰাটো সিসকলৰ গ্ৰহণযোগ্য নহৈছিল। অন্যহাতে স্বৰ্গীয় বৰাদেৱে সদায় ধৈৰ্য্যসহকাৰে তেখেতৰ বিপৰীত স্থানত থকাজনক নিজৰ মতলৈ আনিবলৈ চেষ্টা কৰিছিল বুজনিৰে, স্নেহেৰে, কেতিয়াবা নিজৰ সিদ্ধান্তৰো পুনৰ বিবেচনাৰে। তেখেতে প্ৰতিবাদীৰ দৃষ্টিভঙ্গী নলৈছিল। কিন্তু মূলনীতিৰ পৰা আতৰিও নগৈছিল। এয়া আছিল তেখেতৰ ব্যক্তিত্বৰ অন্যতম বৈশিষ্ট্য।

কামৰ মাজত তেখেতৰ খং নুঠে বুলি কলে সত্যৰ অপলাপ হ'ব। খং তেখেতৰ উঠিছিল। কিন্তু সেয়া আছিল বিজুলী চমকনিৰ দৰে ক্ষন্তেকীয়া। তৎক্ষণাত নিৰ্ব্বাপিত হৈছিল। অলপ আগতে যে তেখেতৰ খং উঠিছিল সেয়া কব পৰা নগৈছিল। তেখেতৰ খঙত নাছিল বিদ্বেষ, বা ইৰ্ষা কিম্বা আক্ৰোশ। সেয়ে তৎমূহুৰ্ত্তেই আনজনক মাতি মুকলিমূৰীয়াকৈ কথা পাতিছিল। মহৎ লোকৰ সংজ্ঞা কেনেদৰে দিয়ে নাজানো, কিন্তু স্বৰ্গীয় বৰাদেৱৰ ব্যক্তিত্বত এই আদৰ্শনীয় গুণটো আছিল। সেয়ে নেতৃত্ব দিয়াত তেখেত সদায় সফল হৈছিল।

কুজীডাঁহ উচ্চতৰ মাধ্যমিক বিদ্যালয়খনক নিজৰ সন্তানতকৈয়ো ভাল পাইছিল। তেখেতৰ নিজৰ ভাষাত, "বিদ্যালয়খনি মোৰ বাবে কেবল কৰ্ম্মক্ষেত্ৰই নহয়, ই মোৰ প্ৰেৰণাৰ উৎস আৰু মানসিক শান্তিৰ আধাৰ " বিদ্যালয়ৰ সা-সম্পত্তিৰ তিলমানো হানি বিঘিনি তেখেতে সহিব নোৱাৰিছিল। সেয়ে বিদ্যালয়ৰ ছাত্ৰাবাসত দুৰ্ভাগ্যবশতঃ জুই লগাত (অৱসৰৰ পাছত) তেখেতে নীৰৱে বৈ অহা চকুৰ পানী ৰোধ কৰিব নোৱাৰিছিল। সেইদিনা 'স্কুল খন গ'ল গ'ল' বুলি তেখেতৰ অন্তৰখনে হাহাকাৰ কৰি উঠিছিল। বিদ্যালয়ত থকা দিনবোৰত আনকি খেল-পথাৰখনো অপৰিস্কাৰ হব নিদিছিল। বিদ্যালয়ৰ চৌহদত এটুকুৰা কাগজো পৰি থাকিব নিদিছিল। + ২ স্তৰৰ পাঠদান কাৰ্য্যসূচী পুৱা ৯ বজাৰ পৰা আৰম্ভ হয়। আমি সেই শ্ৰেণীৰ বাবে সেই সময়তে ( পাঠদান দিবলগা কেইজন) বিদ্যালয় পাওঁগৈ। গৈ দেখোঁ তেখেতে অফিচত কাম কৰি আছে। আৰু প্ৰায়ে ১১ বজাৰ আগে পাছে বিদ্যালয়ৰ কামত নগাওঁ চহৰলৈ যায়। আকৌ বিয়লি ২ মান বজাত ঘূৰি আহি বাহিৰতে ৪ৰ্থ শ্ৰেণীৰ কৰ্ম্মচাৰীৰ হাতত তেখেতৰ হাত-বেগটো দি নিজৰ আসনলৈ নগৈ শ্ৰেণীলৈ যায়গৈ। পাঠদান ঠিকমতে হৈছেনে নাই প্ৰতি শ্ৰেণীত নিৰীক্ষণ কৰি আহিহে নিজৰ আসনত বহি আন কামত হাত দিয়ে। এজন শিক্ষক হিচাবে তেখেতৰ কৰ্ত্তব্যবোধ ইমানেই জাগৃত আছিল। বিদ্যালয় সংক্ৰান্তত তেখেতৰ ভাগৰ নালাগিছিল।

'Style is the man' কথাষাৰ ঁৰামেশ্বৰ বৰাদেৱৰ গাত সুন্দৰকৈ খাটে। তেখেতৰ পোছাক অত্যন্ত পৰিপাতি আছিল। বগা ৰং তেখেতে বিশেষকৈ ভাল পাইছিল যদিও মাজে মাজে পাট, মুগা আৰু পাতল ঘি ৰঙৰ পাঞ্জাবী চোলা পিন্ধিছিল। ক'তো এটা দাগ নথকা সুন্দৰকৈ ইস্ত্ৰি কৰা পোছাক পিন্ধিছিল। পোছাকৰ ৰং আৰু উজ্বলতাই তেখেতৰ ভিতৰত থকা মানুহ জনকো উৎবাসিত কৰিছিল। পৰিচ্ছন্নতা শিক্ষকৰ এটা বিশেষ গুণ। ই পৰিস্কাৰ চিন্তাৰো পৰিচায়ক। পোছাকৰ দৰেই তেখেতৰ চিন্তা আছিল নিভাজ আৰু বক্তব্য আছিল স্পষ্ট।

সমাজ সেৱক হিচাবে ঁৰামেশ্বৰ বৰাদেৱ অন্ততঃ হাতীচোং অঞ্চলত অদ্বিতীয় বুলিয়ে কব লাগিব। হাতীচোং অঞ্চলত যিটো দায়িত্বকে তেখেতে কান্ধ পাতি লৈছিল সেইটোতে সক্ষম হৈছিল। মুমুৰ্ষপ্ৰায় অনুষ্ঠান একোটাত তেখেতে হাত দিয়াৰ লগে লগে ঠন ধৰি লহপহকৈ বাঢ়ি উঠিছিল। সেয়া আছিল তেখেতৰ সাংগঠনিক দক্ষতাৰেই ফলশ্ৰুতি। হাতীচোং অঞ্চলৰ শিক্ষা, স্বাস্থ্য, কৃষ্টি আৰু অৰ্থনৈতিক বুনিয়াদ গঢ়ি উঠাত ঁৰামেশ্বৰ বৰাৰ ভূমিকা নিঃসন্দেহে অগ্ৰণী। তেখেতৰ সামাজিক কামৰ স্বীকৃতি কোনোবাই দিয়ক বা নিদিয়ক, নিজে কিন্তু অপৰিসীম আত্মতৃষ্টি লভিছিল।

সংঘাট মানুহৰ জীৱনৰ এক অপৰিহাৰ্য্য গতিধাৰা বুলিয়েই কব লাগিব। ঁবৰাদেৱৰ জীৱনলৈকো সংঘাট, সমস্যা আৰু সমালোচনা সামাজিক কাম কৰাৰ ক্ষেত্ৰত আহিছিল। কিন্তু এইবোৰৰ সন্মুখীন হোৱাত তেওঁ পিছ নুহুকিছিল। সমস্যাবোৰৰ খুটিনাতি তেখেতে নিজস্ব দৃষ্টিভঙ্গীৰে ফঁহিয়াই চাই তাক নিৰাময় কৰিবলৈ প্ৰচেষ্টা কৰিছিল। অৱশ্যে অৱসৰৰ পিছত তেখেতৰ দুই এটা সিদ্ধান্ত, বিশেষকৈ ৰাজনৈতিক, আমি সহজভাবেলব পৰা নাছিলোঁ। তেনে সিদ্ধান্ত লোৱাৰ মূল কাৰণ আমাৰ বোধেৰে, সংবিধান স্বীকৃত সামাজিক বিষয় বাব থাকিলে অঞ্চলৰ উন্নতিৰ বাবে সহায়ক হব বুলি সম্ভৱ তেখেতে ভাবিছিল। ইয়াতো তেখেতৰ লক্ষ্য আছিল নিজৰ সমাজখনৰ কল্যাণ।

আমাৰ লগত ব্যক্তিগতভাবে তেখেতৰ সম্পৰ্ক স্নেহপূৰ্ণ আছিল। সতীৰ্থ সকলৰ সমস্যা, ওজৰ অপত্তিৰ সম্পৰ্কত আমি সততে তেখেতৰ ওচৰ চাপিছিলোঁ। সেইবোৰ কথাত কেতিয়াবা বিৰ্তকও হৈছিল। আগতেই কৈছোঁ যে আমাৰ কথাই কেতিয়াবা তেখেতক বৰকৈ আমনি দিছিল। কিন্তু আনি সুখী হৈছিলোঁ যেতিয়া দেখোঁ যে তেখেতে তৎকালেই নাকচ কৰা কথাবোৰ পিছত নিজে নিজে বিশ্লেষণ কৰি নিজস্ব কৌশলেৰে কামবোৰ কৰি পেলাইছিল। হয়তো

আমাৰ কথাৰ যুক্তিযুক্ততা তেখেতে অনুভৱ কৰিছিল। আমি তেখেতক আমনি দিলেও তেখেতৰ লগত থকা ১১/১২ বছৰৰ ভিতৰত আমাক কোনোদিনে এষাৰ টান কথা কোৱা নাছিল। তেখেতৰ ওচৰত কেতিয়াবা প্ৰত্যাখিত হৈয়ো ভাল লাগিছিল। "বিফল হোৱাও লাভেই বৰং মহৎজনক খাটনি ধৰি " ভাবটোলৈয়ে প্ৰায় তেখেতৰ সন্মুখীন হৈছিলোঁ। কাম জানিছিল, পৰিস্থিতিক অধ্যয়ন কৰিব পাৰিছিল আৰু বাস্তৱক স্বীকাৰ কৰি লোৱাত ইতস্ততঃ নকৰিছিল। এয়াই আছিল ৰামেশ্বৰ বৰা। তেনে ভাবেই তেখেতে আমাৰ দৃষ্টিত ধৰা দিছিল।

ৰামেশ্বৰ বৰাদেৱে আজীৱন কামেই কৰি গ'ল। তেখেতৰ জীৱনটো সাংবাদিক তিলক হাজৰিকা দেৱৰ ভাষাৰে 'কৰ্ম্ম যজ্ঞ" আছিল। তেখেতৰ কামৰ স্বাক্ষৰ অঞ্চলৰ সকলো অনুষ্ঠানে আবহমান কাললৈ কঢ়িয়াই লৈ যাব। কুজীডাঁহ আৰু ৰামেশ্বৰ বৰা যেন এক অভিন্ন সূত্ৰলৈ গুছি গৈছিল। নহলেনো সাহিত্যিক গিৰিধৰ শৰ্ম্মাদেৱে 'হাতীচোং মানে কুঁজীদঁহ আৰু কুজীডাঁহ মানে ৰামেশ্বৰ বৰা' বুলি কয়নে? এইবোৰে উঠি অহা চামকো সদায়েই প্ৰেৰণা যোগাব। তেখেতৰ আধৰুৱা কামবোৰক পূৰ্ণাঙ্গ ৰূপ দিয়াৰ দায়িত্ব নতুন চামৰ। সেই সমূহ কাম সম্পূৰ্ণ হলে হাতীচোং, বিশেষকৈ কুজীডাঁহ অঞ্চলটো সকলোৰে আদৰ্শস্বৰূপ হোৱাৰ লগতে তেখেতৰ বিদেহী আত্মাই চিৰশান্তি লভিব। শেষত মহাকবি চেক্সপীয়েৰৰ এষাৰ কথাৰে তেখেতলৈ আমাৰ শ্ৰদ্ধা জনালোঁ ।

"The glorious sun
Stays in his course and plays the alchemist
Turning with splendour of his precious eye.
The meagre cloddy earth to glittering gold."



# ... ৰামেশ্বৰ বৰাৰ ব্যক্তিত্বত এভুমুকি ...

দধিমোহন বৰা

মোৰ শৈশৱ কালতে হঠাতে এদিন কিবা কথা প্ৰসঙ্গত আমাৰ সৰুমণি খুড়া ড° লক্ষ্মীনন্দন বৰাক সোধা মনত আছে —'খুড়াদেউ, আমাৰ পৰিয়ালক বাৰু গাওঁৰ মানুহে "বায়েনৰ ঘৰ" বুলি কিয় কয় ?' খুড়াদেউ তেতিয়া কলিকতাৰ পৰা এম্ এচ্ চি পাচ কৰি কলেজত অধ্যাপনা আৰম্ভ কৰিছেহে। খুড়াই কোৱা মনত আছে —'বায়েনৰ ঘৰ বুলি আমাক উপলুঙা কৰা নহয় বৰং এই বংশৰ মৰ্য্যাদাৰ কথা সঘনে উল্লেখ কৰা হয়। তেখেতে সবিস্তাৰে মোক বুজাবলৈ চেষ্টা কৰিছিল যদিও মই সেই সময়ত বুজা নাছিলো। পিচলৈ জনশ্ৰুতি মতে জানিব পাৰিলো এনে ধৰণেৰে সুদূৰ কনৌজৰ পৰা ভুঁঞা ফৈদৰ ৰাজধৰ শিৰোমণি ভুঁঞাৰ প্ৰথম পুত্ৰ সূৰ্য্যবৰ থালত মহাপুৰুষ গুৰুজনাৰ আবিৰ্ভাৱ হয়। সেই বংশলতাৰ জয়ন্ত ভুঁঞা এজন প্ৰতিপত্তিশীল বিশাল ব্যক্তিত্ব সম্পন্ন লোক আছিল। জয়ন্ত ভুঁঞাৰ পুত্ৰ সতানন্দ। সতানন্দৰ পুত্ৰ জগতানন্দ। এওঁক নৰনাৰায়ণ ৰজাই ৰায়বৰুৱা পাতি ৰামৰায় উপাধি দিছিল। ৰামৰায় ভুঁঞা গুৰুজনাৰ প্ৰিয় লগৰীয়া আৰু সমনীয়া। এই ৰামৰায় আতা কুজীডঁহীয়া সকলৰ আদি পুৰুষ। গুৰুজনাৰ নাট ভাওনা, বাদ্য বাজনা, গীত মাতৰ সহকৰ্ম্মী আছিল ৰামৰায় আতা। পূৰ্ব্বতে আমাৰ পৰিয়ালো গীত, বাদ্য, সূত্ৰধাৰ ,অভিনয় আদিত পৰিপক্ক আছিল। বিশেষকৈ খোল বাদনত ব্যুৎপত্তি দেখি ৰাইজে বায়ন বায়ন বুলি পৰিয়ালটোকে বায়নৰ ঘৰ উপাধিৰে বিভূষিত কৰিলে।

এই বায়েনৰ ঘৰৰ সুশ্ৰীসম্পন্ন আৰু গুণধৰ ˚নন্দেশ্বৰ বৰা একেধাৰে সূত্ৰধাৰ আছিল। তেখেতৰে সুযোগ্য ৩ য় পুত্ৰ ˚ৰামেশ্বৰ বৰা। এখেতেও পিতৃৰ দৰেই এজন খোল বাদক, বৰগীত পৰিবেশক আৰু সু অভিনেতা আছিল। ˚ৰামেশ্বৰ বৰাদেৱ ন-কুজীডাঁহৰ খনিকৰ যি জনাৰ আপ্ৰাণ চেষ্টাত কুজীডাঁহৰ সকলো অনুষ্ঠানে প্ৰাণ পালে। প্ৰয়াত বৰা নতুন প্ৰজন্মৰ বাবে প্ৰেৰণাৰ উৎস যাৰ জীৱন আশাবাদী ব্যক্তিত্বৰে সদাজয়ী। "জাতস্যহি ধ্ৰুবো মৃত্যু"। তথাপি জীৱন যে অক্লান্ত আৰু অপৰাজেয় তাৰে প্ৰতীক ৰামেশ্বৰ বৰাদেৱ। জীৱনত ভাঙি-পাতি নেৰানেপেৰাকৈ লাগি সদায় বিচাৰিছে জীৱনক প্ৰতিষ্ঠা কৰাতকৈ প্ৰতিষ্ঠা কৰিবলৈ অনুষ্ঠান প্ৰতিষ্ঠান।

সৰুৰে পৰাই আমাৰ সৰু ককাইদেউৰ (˚ৰামেশ্বৰ বৰা) ব্যক্তিত্বই

মোক মুগ্ধ কৰি আহিছে। তেখেতৰ সহজ সৰল আচাৰ ব্যৱহাৰ শিক্ষক হিচাবে আদৰ্শস্থানীয় হোৱাৰ লগতে এজন দক্ষ প্ৰশাসক আছিল। বিদ্যালয়ৰ প্ৰধান হিচাবে আৰু সদৌ অসম শিক্ষক আৰু কৰ্ম্মচাৰী সন্থাৰ সভাপতি হিচাবে আগবঢ়োৱা বৰঙণিৰ লগতে বিভিন্ন শিক্ষানুষ্ঠান প্ৰতিষ্ঠাৰ ক্ষেত্ৰত তেখেতৰ অবদান অপৰিসীম। কালসংহতিৰ লোক হিচাবে কামৰূপ জিলাৰ ভবানীপুৰত নামঘৰ নিৰ্ম্মান কৰি সদৌ অসম গোপালদেৱ সমাজৰ মুখ্য সম্পাদক হিচাবে ১৯৬৭ চনৰ পৰা মৃত্যু পৰ্য্যন্ত কাৰ্য্যনিৰ্ব্বাহ কৰিলে। ১৯৭৭ চনত কুজীডাঁহত সদৌ অসম অংকীয়া নাট অভিবৰ্ত্তন পাতি এটি দৃষ্টান্ত ৰাখি থৈ গ'ল। আজিৰ এই মূল্যবোধৰ অবক্ষয়ৰ যুগত স্বাৰ্থত্যাগৰ তেখেত যেন এক প্ৰমূল্যৰ প্ৰবৰ্ত্তক।

মই নিজে পৰিয়ালৰ এজন ভাই হিচাবে, ছাত্ৰ হিচাবে, সহকৰ্ম্মী হিচাবে আৰু অনুষ্ঠান গঢ়াত ঘনিষ্ঠ সহযোগী হিচাবে সৰু ককাইদেউক যেনেদৰে জানিছো আৰু উপলব্ধি কৰিছোঁ তেখেতৰ অবিহনে কুজীডাঁহ বহু পিচ পৰি ৰ'লহেঁতেন আৰু আজিৰ কুজীডঁহীয়া হিচাবে যি গৌৰৱ কৰিব খুজিছো সেই আশা কোনো দিন পূৰ্ণ নহলহেঁতেন। কুজীডাঁহত কেইবাগৰাকীও বিশিষ্ট ব্যক্তিৰ জন্ম হৈছিল, তাৰে বহুসংখ্যক বৰ্ত্তমান নাই, সেইসকলৰ স্বাৰ্থত্যাগেৰে গঢ় লৈ উঠা অনুষ্ঠান সমূহৰ ৰক্ষণাবেক্ষণ আৰু উত্তৰোত্তৰ মংগলৰ বাবে চিন্তা কৰিব লাগিব নতুন প্ৰজন্মই।

প্ৰয়াত বৰাদেৱৰ আশা আছিল কুজীডাঁহত এখন পূৰ্ণাঙ্গ কলেজ হব যি খনে অসমৰ ভিতৰতে আগস্থান পাব। এটি সাংস্কৃতিক অনুষ্ঠান যাৰ নাম "শ্ৰীমন্ত শংকৰ চ'ৰা কলা পৰিষদ" তাত থাকিব এটা পূৰ্ণাঙ্গ প্ৰেক্ষাগৃহ আৰু চৰ্চ্চা হব শংকৰী কলাসংস্কৃতিৰ। পিতা প্ৰপিতামহৰ উপাসনাৰ থলি কুজীডাঁহ যুৰীয়া নামঘৰ পুণৰ নিৰ্ম্মান হব, যাৰ প্ৰাক কলন হব সাত লাখ টকাৰ। হাতীচোং ৰাজ্যিক চিকিৎসালয়ত ৰোগী ৰখাৰ ব্যৱস্থা হব। হাতীচোং সমবায় সমিতি হব অঞ্চলৰ দুখীয়া ৰাইজৰ আশাৰ বন্তি। কিন্তু তেখেতৰ হাতৰ পৰশত ঠন ধৰি উঠা আটাই কেইটি অনুষ্ঠানৰ পূৰ্ণাঙ্গ ৰূপ দিবলৈ নৌ পাওতেই কালে হৰণ কৰিলে। "পদুমৰ পাহি সৰে বসন্ত লেৰেলি পৰে মাৰ যায় তৰা"। এই সকলো আশা পূৰণৰ দায়িত্ব নতুন প্ৰজন্মই লব পাৰিলেহে প্ৰয়াত জনৰ আত্মাই শান্তি লাভ কৰিব।

এই কৰ্ম্মযোগী গৰাকীৰ কৰ্ম্মৰ প্ৰতি আছিল গভীৰ অনুৰাগ। ফলৰ বাবে বাট চাই থকা বিধৰ নাছিল। গীতাত কৃষ্ণৰ "কৰ্ম্মনেবাধিকাৰস্তে মা ফলেসু কদাচন" বোলা শ্লোক ফাঁকি তেখেতৰ জীৱনৰ পাথেয় আছিল।

তেখেতৰ জীৱিত কালত অবিৰাম কৰি যোৱা কৰ্ম্মৰাজিৰ মাজত খুট উলিয়াই কোনো দল বা ব্যক্তি বিশেষে সমালোচনা কৰিছিল। বৰ্ত্তমান সেই সকলেই প্ৰয়াত ব্যক্তি গৰাকীৰ অভাৱ বাৰকৈয়ে উপলব্ধি কৰিছে। যদি সময়ত অনুপ্ৰেৰণা যোগালেহেতেন তেন্তে প্ৰয়াতজনে কামত আৰু অগ্ৰগতি লাভ কৰিব পাৰিলেহেতেন। এঠাইত এটি বঙালী কবিতা পঢ়িছিলো, কথাখিনি এনেধৰণৰ আছিল —

টিকি মুণ্ডে চরি
কহে দগা লারি
হাত পাও সব কাজে
ভুল কর ভারি
হাত পাও কহিল হেচে
হে অভ্ৰান্ত চুল
কাজ যে আমরা করি
তাই করি ভুল।

অৰ্থটো এনেকুৱা — মূৰৰ ওপৰত গাঠিটো লৰাই টিকনিয়ে হাত ভৰিক কলে, তঁহতে সকলো কামতেই বৰ ভুল কৰ, হাত ভৰিয়ে হাঁহি হাঁহি কলে -- হেৰা নিৰ্ভুল চুলি আমিযে কাম কৰো সেই কাৰণেই ভুল হৈ যায়।

ৰামেশ্বৰ বৰাদেৱৰ মহানজীৱন আৰু ব্যক্তিত্বৰ এতিয়ালৈ বিন্দুমাত্ৰও স্পৰ্শ কৰা নহল। যাৰ সাগৰ সদৃশ গভীৰ জ্ঞান, আকাশ ব্যাপি যাৰ উদাৰতা, মেঘৰ সদৃশ যাৰ মৰম এনে হেন এটি ব্যক্তিত্বক ক্ষুদ্ৰ কেইটামান বাক্যত সামৰাটো ধৃষ্টতা মাথোন। তথাপি উপলব্ধি আৰু আবেগৰ বশবৰ্তী হৈ মহানজনৰ গুণাৱলী সবিস্তাৰে লেখাৰ প্ৰয়াস থকা স্বত্বেও বাধ্যত পৰি যিমান সংক্ষেপে পাৰি লিপিবদ্ধ কৰাত কোনো দিশ বাদ পৰাৰ ত্ৰুটি মাৰ্জ্জনীয়।

# মোৰ দৃষ্টিত স্বামীৰ জীৱন দৰ্শন

অঞ্জলি বৰা

দেখাত সুশ্ৰী, সুঠাম কথা বতৰাত ধীৰ-স্থিৰ আৰু মিষ্টভাষী দুই এজনে ক'লে কেৱল স্কুল আৰু সমাজৰ কাম কৰাই হ'ল তেখেতৰ লক্ষ্য। এয়া আছিল মোৰ সৰুবাইদেউ শ্ৰীমতী ননীমা ভূঞাই মোৰ বাবে হাতীচোঙৰ কুজীডাঁহত চাই থোৱা দৰাৰ ওপৰত কৰা মন্তব্য। দৰাৰ সংজ্ঞা পিতৃ-মাতৃৰ মনৰ অনুকূল হোৱাত বিয়া বন্দোৱস্তৰ প্ৰস্তুতিৰ বাবে সাজু হোৱা দেখি মোৰ মনত খুব ভয় লাগিলেও সৰুৰে পৰা পিতৃ-মাতৃৰ বিশেষকৈ দাদা ˝ দেবেন কাকতিৰ কঠোৰ অনুশাসন ভঙ্গ কৰাৰ সাহস নাছিল বাবেই বিয়াত বহিবলৈ মানসিক ভাবে প্ৰস্তুত হ'লো। আনহাতে এই বিয়াৰ বাটকটীয়া আছিল নগাঁৱৰ ˝চন্দ্ৰ বৰকাকতিদেৱ। গতিকে এই বিয়া হোৱাত বাধা থাকিব নোৱাৰে। চাৰিঙৰ সাতখেল কাকতিৰ অভয়পুৰীয়া ফৈদৰ জীয়াৰী বাবে এনে এজন ল'ৰা কোনোপধ্যে অনুপযুক্ত নহয় বুলি˝ বৰকাকতি খুড়াদেৱে মোৰ পিতৃ-মাতৃক মান্তি কৰাবলৈ সক্ষম হোৱাত সকলোৱে সন্মতি প্ৰদান কৰিলে। তাত মোৰ মতামতৰ প্ৰশ্ন উঠিব নোৱাৰে 'চৰুক সুধি চাউল নবহায়।' আঙঠি পিন্ধোৱা অনুষ্ঠানত শাহু আয়ে কৈ আহিল আমাৰ লৰাই স্কুল আৰু সমাজৰ কামতে ব্যস্ত থাকে ; ছোৱালীয়ে লৰাৰ মন যোগাব পাৰিব লাগিব। বিয়াৰ পূৰ্বে দৰাৰ লগত চাক্ষুস দৰ্শন লাভ কৰাৰ সৌভাগ্যও মোৰ নহল। কাৰণ মাকে চাই দিয়া ছোৱালীয়েই হ'ব নিজে ছোৱালী চাবলৈ নাহে। মোৰ ভয় খোৱাৰ সিয়ো এটা কাৰণ হলেও উপায় নাছিল। অৱশ্যে বিয়াৰ ক্ষেত্ৰত মোৰ আত্মপ্ৰত্যয়ো আছিল প্ৰবল।

অবশেষত আহিনৰ এটি স্নিগ্ধ পুৱা এজন অচিনাকি যুবকৰ কাষত বহি শঙ্কৰী কলা-কৃষ্টি চিন্তা-চৰ্চাৰ প্ৰাণকেন্দ্ৰ ৰামৰায় আতাৰ পৰিনাতি সকলৰ বাসভূমি কুজীডাঁহলৈ গুছি আহিলো চাৰিঙৰ পিতৃ গৃহ এৰি থৈ। ভৰ দুপৰীয়া কুজীডাঁহৰ যুবীয়া নামঘৰত সেৱা জনোৱাৰ উদ্দেশ্যে আমাৰ গাড়ীখন ৰখাওতে বহুতো ছাত্ৰ-ছাত্ৰী, শিক্ষক শিক্ষয়িত্ৰী সমন্বিতে গাৱঁৰো বহুতো লোকে আগুৰি ধৰিছিল তেতিয়াই প্ৰত্যক্ষ কৰিছিলো কাষত বহি অহাজনৰ জনপ্ৰিয়তা। বহুজন সমাদৃত স্বনামধন্য লোকৰ প্ৰতীক্ষাতে আছিলো আৰু জীৱন যৌৱনক উপলব্ধি কৰিব পৰা দিন ধৰি ঈশ্বৰক খাতিছিলো স্বকীয় প্ৰতিভাৰে প্ৰতিভাত হোৱা

লোকক জীৱন সঙ্গীৰূপে পাবলৈ। শৰতৰ শেৱালি ফুলা ৰাতি যিজনৰ ডিঙিত মালা দিলো সেইজনোয়ে স্বনামধন্য হব খোজা লোক সেই মুহূৰ্ততে অনুভৱ কৰিব পাৰিলো। ক্লান্তি আৰু অৱসাদেৰে ভৰা মোৰ মনত তেতিয়া আনন্দৰ জোৱাৰ উঠিল।

এইজনেই হ'ল মোৰ চিৰ আৰাধ্য স্বামী প্ৰয়াত ৰামেশ্বৰ বৰাদেৱ। কেইবাটাও মানবীয় গুণৰ অধিকাৰী মোৰ স্বামীয়ে মাত্ৰ ৩ টা দশক আমাৰ লগত কটাই ১৯৯৫ চনৰ ৬ আগষ্ট তাৰিখে গুৱাহাটীৰ ডাউন টাউন হস্পিতেলত আমাৰ সকলোকে শোক সাগৰত ডুবাই থৈ নৰনাট সামৰিলে। ইমান আচম্বিতে তেখেতক হেৰুৱাম বুলি সপোনতো ভবা নাছিলো। তথাপিও মৃত্যুৰ দৰে চিৰন্তন অথচ নিষ্ঠুৰ সত্যক মানি লবই লাগিব। স্বামীৰ মৃত্যুৰ বাতৰি পোৱাৰ লগে লগে হাতীচোঙৰ অজস্ৰ লোক আৰু জিলাখনৰ অন্যান্য অঞ্চলৰ লোকৰ সোঁত বলে আমাৰ ঘৰলৈ। আমিও শাওনৰ প্ৰচণ্ড গৰমত উত্তাল দুপৰীয়া তেখেতৰ শবদেহ লৈ কুজীডাঁহ সোমোৱাৰ লগে লগে দেখিলো গাৱঁৰ পদুলিয়ে পদুলিয়ে আবাল-বৃদ্ধ-বনিতাৰ মৌন সমাবেশ। সজল নয়নেৰে প্ৰতীক্ষা কৰিছে তেওঁলোকৰ প্ৰিয় লোকজনক শেষ শ্ৰদ্ধা জনাবলৈ। হাতীচোঙৰ আঞ্চলিক ৰাইজ, টিং, ৰহা, নগাওঁ চহৰৰ পৰা অহা হাজাৰ জন গুণমুগ্ধৰ উচুপনিয়ে আমাৰ বাসগৃহ কপাই তুলিলে। এনে সকৰুণ দৃশ্যই প্ৰিয়জনৰ বিচ্ছেদত ভাগি পৰা মোৰ ভগ্ন হৃদয়ত সান্ত্বনাৰ সমল যোগালে। আমাৰ শোকাৰ্ত ছোৱালী দুজনীয়েও পিতৃ বিয়োগৰ শোক পাতলালে ৰাইজে তেখেতৰ প্ৰতি প্ৰদৰ্শন কৰা সন্মানৰ বাবে। প্ৰয়াতজনৰ বহুতো গুণমুগ্ধ ছাত্ৰ-ছাত্ৰী, অঞ্চলৰ ৰাইজ আৰু আত্মীয় স্বজনে ৫/৬ খন গাড়ীৰে ফুলেৰে আবৃত শবদেহ চন্দ্ৰতাপৰ তলত শুৱাই শোভাযাত্ৰা কৰা দৃশ্য অবিস্মৰণীয়। শোভাযাত্ৰাৰ অন্তত ৰাইজে স্বামীৰ মৃতদেহ সংকাৰৰৰ স্থান নিৰ্ণয় কৰিলে তেখেতৰ মানস পুত্ৰ কুজীডাঁহ উচ্চতৰ মাধ্যমিক বিদ্যালয় চৌহদ। শ্বহীদ বেদীৰ কাষতে শুৱাই দিলে তেখেতক চিৰজীৱনৰ বাবে। এনে অভূতপূৰ্ব্ব সন্মান আগতে কোনোবাই পাইছেনে নাই নাজানো কিন্তু এনে সন্মান বিৰল বুলি কব পাৰি। মোৰ স্বামীৰ প্ৰতি ৰাইজে যচা এই সন্মান বহু মূল্যবান পুৰস্কাৰতকৈ শ্ৰেষ্ঠ আৰু অপাৰ্থিৱ। এনে এজন লোকৰ পত্নীৰ মৰ্যাদা লাভ কৰি তেখেতৰ সেৱা কৰিবলৈ সুবিধা দিয়াত ঈশ্বৰক ধন্যবাদ জনোৱাৰ লগতে কামনা কৰিছো জনমে জনমে যেন মই তেখেতৰ সেৱা কৰিবলৈ পাওঁ।

এনে এজন লোকৰ পত্নী হিচাবে মোৰ মনত অনেক কথাই খুপ খাই

থাকিলেও কেইখিলামান তুলাপাতৰ জৰিয়তে তেখেতৰ স্মৃতিচাৰণ কৰাতো সম্ভৱ নহয়। তথাপি প্ৰয়াতজনৰ লগত কটোৱা দিনৰ কিছু অভিজ্ঞতা আৰু তেখেতৰ জীৱন দৰ্শনৰ ওপৰত আলোকপাত কৰাৰ প্ৰয়াসেৰেই হাতত কাপ মৈলাম ললো।

সচাঁ অৰ্থত তেখেত এজন অক্লান্ত কৰ্ম্মী আছিল। প্ৰকৃত কৰ্ম্মযোগীৰ সংজ্ঞাই স্বামীৰ দৰে মানুহৰ জীৱনতে ৰূপ লয় বুলি কবলৈ মই সংকোচ কৰিব নালাগে। মানুহৰ জীৱনৰ জোখ মাখ হয় কামৰ জৰিয়তে বয়সৰ লেখেৰে নহয়। এই কথা হৃদয়ঙ্গম কৰিব পাৰিছিল বাবেই মৃত্যুৰ পাচতো সময় বালিত খোজ এৰি যোৱা এইজন লোক জনমানসত থাকি গ'ল। গীতাৰ কৰ্ম্মযোগত বিশ্বাসী মাধৱদেৱ মহাপুৰুষৰ 'কৰ্ম্মত বিশ্বাস যাৰ হিয়াত থাকন্ত হৰি' বাণী জীৱনৰ আধাৰ স্বৰূপে লৈ কেৱল শিক্ষা আৰু সমাজৰ কামকে কৰি গ'ল। পিচলৈ উভতি চোৱাৰ অভ্যাস তেখেতৰ নাছিল। 'উপদেশতকৈ আৰ্হি ভাল' এই আপ্তবাক্য আখৰে আখৰে পালন কৰিছিল আৰু কামৰ চানেকি ৰাখি নতুন প্ৰজন্মক বাট দেখুৱাই থৈ যোৱাতোৱেই আছিল স্বামীৰ জীৱনৰ উদ্দেশ্য। তাৰেই প্ৰতিফলন ঘটিল তেখেতৰ কৰ্ম্মজীৱনৰ প্ৰথম পদক্ষেপ আৰু কীৰ্তিস্তম্ভ স্বৰূপ কুজীডাঁহ উচ্চতৰ মাধ্যমিক বিদ্যালয় প্ৰতিষ্ঠাত। এই বিদ্যামন্দিৰ যিমান দিন থাকিব সিমান দিনেই তেখেতো থাকিব বুলি মোৰ দৃঢ় বিশ্বাস। এই বিদ্যালয়খন আছিল তেখেতৰ প্ৰাণ স্বৰূপ । নহলেনো আমাৰ যুৱীয়া জীৱনৰ প্ৰথম নিশাৰ আবেগ সৰ্ব্বস্ব মুহুৰ্ত্ততো মোক কবলৈ পাহৰা নাছিল 'স্কুলেই মোৰ প্ৰাণ আৰু সমাজেই লক্ষ্য। এই দিশত ময়ো তেখেতক অনুপ্ৰেৰণা যোগাব লাগিব'। তেখেতৰ কথা শুনি মই অভিভূত হৈছিলো আৰু সেইদিন ধৰি মোৰ সমগ্ৰ সত্বা প্ৰয়াতজনৰ সকলো কাম-কাজত বিলীন হৈ গৈছিল।

স্বামীৰ কৰ্ম্মজীৱনৰ প্ৰথম প্ৰতিফলন ঘটিল কুজীডাঁহ উচ্চতৰ মাধ্যমিক বিদ্যালয় প্ৰতিষ্ঠাত। এই কথা ওপৰতো মই উল্লেখ কৰিছো। কৈশোৰত যেতিয়া মূৰৰ ওপৰত ৰ'দ-বৰষুণৰ জ্বালা, ভৰিৰে বোকা পানী খচি বহুতো সমনীয়াৰ সৈতে ৩ মাইল আতৰৰ বেবেজীয়া হাইস্কুলত পঢ়িবলৈ যায় তেতিয়াই সংকল্পবদ্ধ হৈছিল যে নিজৰ গাঁবতো এখন বিদ্যালয় স্থাপন কৰিব দুখীয়া ল'ৰা-ছোৱালীৰ সুবিধাৰ্থে। মনত যি কাম কৰিম বুলি ভাবে সেই কাম বাস্তৱত ৰূপায়ণ কৰাতোৱেই হ'ল তেখেতৰ স্বভাৱৰ বৈশিষ্ট্য। সেয়ে স্নাতক ডিগ্ৰী লাভ কৰাৰ পাচত এবছৰ কাল চকলাঘাট হাইস্কুলত শিক্ষকতা কৰাৰ পাচত গাঁৱৰ ৰাইজৰ আহ্বানক্ৰমে নতুনকৈ প্ৰতিষ্ঠা কৰিবলৈ লোৱা কুজীডাঁহ হাইস্কুলৰ প্ৰধান শিক্ষকৰ

গুৰুভাৰ কান্ধ পাতি ললেহি আৰু স্কুলীয়া জীৱনৰ সপোন বাস্তবায়িত কৰিবৰ বাবে দেহে-কেহে খাতিবলৈ ধৰিলে। আনহাতে মনৰ অভিলাস পূৰণৰ আনন্দত সমগ্ৰ সত্বা নিয়োজিত কৰিলে বিদ্যালয়ৰ কাম কাজত। চৰকাৰে যাচি দিয়া লোভনীয় পদকো আওকান কৰি জীৱনৰ লক্ষ্যত উপনীত হ'বলৈ অগ্ৰসৰ হ'ল।

অসীম ধৈৰ্য্য, অফুৰন্ত কৰ্ম্মশক্তি, অপাৰ সহিষ্ণুতা, অদম্য সাহস আৰু এখন দৰদী অন্তৰৰ গৰাকী আছিল তেখেত। এই কেইটা গুণৰ বাবেই তেখেতে হাজাৰ বিপদ অতিক্ৰমী হলেও কামৰ সফলতা অৰ্জ্জন কৰিছিল। আনহাতে সজ আচৰণ, মিষ্টভাষীতাৰ বাবেও আনৰ অন্তৰ জয় কৰিবলৈ সক্ষম হৈছিল। বিভিন্ন ৰাগীয়াল বস্তুৰ পৰা সদায় দূৰত থকাতোও তেখেতৰ অভ্যাস। সেয়ে ত্যাগৰ মনোভাবেৰে সমাজৰ কাম ক্ষীপ্ৰ গতিত কৰিবলৈ উৎসাহ পাইছিল। কুজীডাঁহৰ ৰাইজৰ অক্লান্ত পৰিশ্ৰম আৰু স্বইচ্ছাই বিদ্যালয়ৰ বাবে দান কৰা মাটিত বিদ্যালয়ৰ গৃহ নিৰ্ম্মাণ কাৰ্য্যত উঠি পৰি লাগিল। এই ক্ষেত্ৰত তেখেতক গাঁৱৰ ৰাইজৰ উপৰি সহকৰ্ম্মী তথা সহপাঠী শ্ৰীআনন্দ কলিতা, সহকৰ্ম্মী বন্ধু ˚হেমেন্দ্ৰ মেধি, অগ্ৰজপ্ৰতীম কলাকুশলী ˚খগেন্দ্ৰ নাথ ভূঞা বৰাই আৰু বাকী সকলো শিক্ষক শিক্ষয়িত্ৰীয়ে সহায় সহযোগ আগবঢ়াইছিল। 'জাকৰুৱা নাওঁখন বামেৰেও চলে' এই প্ৰবচনৰ ৰূপ দিছিল কুজীডাঁহৰ ৰাইজে বিদ্যামন্দিৰ প্ৰতিষ্ঠা কৰি। কান্ধত বস্তা লৈ গাৱে গাৱে ধান তোলা, নগৰত গৈ হুচৰি গোৱা, ধন সংগ্ৰহ কৰা কামত আৰু ৰাইজৰ লগতে হাতত কোৰ কুঠাৰ লৈ জঙ্ঘল পৰিস্কাৰ কৰি বিদ্যালয়ৰ বাবে স্থান উলিওৱা কাৰ্য্যত নিজেও ওৰে দিন খাতিছিল বুলি তেখেতৰ বিধবা ˚মাতৃয়ে কৈছিল আৰু গাৱৰ বয়োবৃদ্ধ সকলে এতিয়াও শ্ৰদ্ধাৰে স্মৰণ কৰে। হাতত বেগলৈ তেতিয়াৰ অসমৰ ৰাজধানী চিলঙলৈ তাত বাতি কৰে স্কুলৰ হৈ বিভাগীয় কাম-কাজ আদায় কৰি আনিবৰ বাবে। তেখেতে কাম আদায় নকৰাকৈ কেতিয়াও সুদা হাতে মুখে উভতি নাহে। নগাৱৰ পৰিদৰ্শকৰ কাৰ্য্যালয়তো তেনেদৰেই অহা যোৱা কৰি সকলোৰে পৰা কাম সময় সুবিধামতে আদায় কৰাৰ লগতে কাৰ্য্যালয়ৰ সৰু ডাঙৰ সকলো বিষয়াৰ লগত ঘৰুৱাভাবে মিলি মিচি থাকিব পৰাতোও তেখেতৰ অন্যতম গুণ বিচাৰে দেখা পাইছিলো। সেইবাবেই হয়তো কুজীডাঁহ উচ্চতৰ মাধ্যমিকে তদৰ্থ মঞ্জুৰি লাভ নকৰাকৈয়ে ঘাটী মঞ্জুৰি লাভ কৰিছিল। এনে দৃষ্টান্ত প্ৰায় স্কুলতে নাই বুলি কব লাগিব। পৰ্য্যায় ক্ৰমে স্কুলখনে দোপত দোপে আগবাঢ়ি গৈ ১৯৭৭ চনত চৰকাৰী কৰণ আচনিৰ অন্তৰ্ভূক্ত হোৱাৰ উপৰি কলা আৰু বিজ্ঞান দুয়োটা শাখা খোলাৰ

অনুমতি লাভ কৰে। সম্পূৰ্ণ যোগ্যতাৰ বলত এনেদৰে অনুমোদন পোৱাতো লক্ষণীয়। কাৰণ বৰ্তমান যুগত ৰাজনৈতিক বাতাবৰণৰ ওপৰতহে সকলো কাম চলে। কিন্তু কুজীডাঁহ স্কুল এই দিশত সম্পূৰ্ণ বিপৰীত। এই বিলাক কাম আগবঢ়াই নিওতে তেখেতে বহুতো বিপদৰ সন্মুখীন হোৱা কথা মোক পাচত কৈছিল। তেনে কিছুমান ঘটনা এতিয়াও স্মৰণযোগ্য । এদিনৰ কথা চিলঙলৈ বিভাগীয় কামত গৈ তেতিয়াৰ শিক্ষাধিকাৰ স্বনামধন্য ˚ হিৰণ্য চন্দ্ৰ ভূএগ্ৰা দেৱক অহৰহ আমনি কৰা দেখি অফিচৰ পৰা বাহিৰ কৰি দিছিল। তেনে কাৰ্য্যক আত্মসন্মান হানিকৰ বুলি জানিও বিদ্যালয়ৰ খাতিৰত পুনৰ তেখেতৰ কাষলৈ হাঁহি মুখে গৈ কাম আদায় কৰি আনিবলৈ সক্ষম হ'ল। এয়া আছিল তেখেতৰ ধৈৰ্য্য আৰু সহিষ্ণুতা গুণৰ অন্যতম নিদৰ্শন। ১৯৬৪ চনৰ ২৭ মে তাৰিখে বিদ্যালয়ৰ কাঠ আনিবৰ বাবে পলাশবাৰীলৈ গৈ শুনিলে ভাৰতৰ প্ৰধান মন্ত্ৰী পণ্ডিত নেহৰুৰ মৃত্যু হৈছে। বনুৱাই কাম নকৰে। কিন্তু সুদাহাতে ঘূৰি অহা লোক তেখেত নহয়, সেয়ে বনুৱা সকলক বুজাই বঢ়াই ওপৰঞ্চি মজুৰি দি কামত নিয়োগ কৰিবলৈ সক্ষম হোৱাত তাৰপৰা কাঠ আনি মাজনিশা কুজীডাঁহ পায়হি। এনে ৰোমাঞ্চকৰ কাহিনী বহুতো মোক কৈছিল। এই সকলোৰে গুৰিতে তেখেতৰ অদম্য সাহস আৰু দৃঢ় মনোবল। এই গুণ থকা বাবেই প্ৰায় ২৭/২৮ বছৰ বহুমূত্ৰ ৰোগত ভূগি থাকিও কাম কৰি যাব পাৰিছিল। দুৰন্ত আশাৰ প্ৰতীক এইজন লোকক কোনো দিন হতাশ হোৱা নেদেখিলো। ঘণ্টাৰ পিচত ঘণ্টা জুৰি অবিৰাম গতিত কাম কৰি গৈছিল।

পুৱাৰ পৰা গধুলিলৈকে স্কুলৰেই হওক বা সমাজৰে হওক কামকেই কৰা দেখিলো । পুৱা ৭ বজাতে বিদ্যালয়লৈ যোৱাতো দিনটোৰ কাৰ্য্যসূচীৰ ভিতৰত আছিল, আৰু দেওবাৰেও অব্যাহত ৰাখিছিল। ৪ ৰ্থ শ্ৰেণীৰ কৰ্ম্মচাৰী কেইজনেও সেইমতে বিদ্যালয়লৈ আহি কাম কৰিছিলহি। আনকি কাৰ্য্যালয়ৰ প্ৰধান সহায়ক শ্ৰীঘন বৰাৰ ঘৰ আমাৰ ঘৰৰ ওচৰত হোৱাত তেওঁকো পুৱা কাম কৰিবলৈ মাতি নিছিল। শ্ৰীঘন বৰা অৱশ্যে তেখেতৰ ভাতৃসদৃশ হোৱাৰ উপৰি ছাত্ৰ আৰু নিজে গঢ় দি লোৱা এজন কৰ্ম্মদক্ষ লোক হোৱাত তেখেতে তেওঁৰ ওপৰত সততে আধিপত্য বিস্তাৰ কৰিব পাৰিছিল। ৪ ৰ্থ শ্ৰেণী কৰ্ম্মচাৰী সকলক পুত্ৰবৎ জ্ঞান কৰি মৰম কৰাৰ লগতে তেওঁলোকৰ অভাৱ-অভিযোগৰ প্ৰতিও দৃষ্টি দিয়াৰ বাবে তেওঁলোকেও বিদ্যালয়ৰ কামত প্ৰকৃত অনুগতৰ দৰেই সহায় কৰিছিল। শিক্ষক সকলৰ পৰা তৃতীয় শ্ৰেণীৰ কৰ্ম্মচাৰীলৈকে সকলোৱে

তেখেতক সমীহ কৰি চলিছিল যদিও তেখেতলোকৰ সুখ-দুখৰ সমভাগী হোৱাত বিদ্যালয়ৰ কাম নিখুট ভাবে কৰিব পাৰিছিল। তেখেতৰ সেই গুণবোৰ শিক্ষক-শিক্ষয়িত্ৰী সকলে এতিয়াও শ্ৰদ্ধাৰে স্মৰণ কৰে। এখন দৰদী অন্তৰ আৰু গভীৰ আত্ম প্ৰত্যয়ৰ বাবে বিদ্যালয় খন সৰ্ব্বাঙ্গ সুন্দৰ কৰি গঢ়ি তুলিব পাৰিছিল। কেৱল বিদ্যালয়ৰ ঘৰ-দুৱাৰেই সুন্দৰ নহয় শিক্ষাৰ প্ৰকৃত পৰিবেশ গঢ়ি তোলাত তেখেত আছিল সিদ্ধহস্ত। সেয়ে এইখন বিদ্যালয়ে জনম দিয়া বহুতো খ্যাতিমান ছাত্ৰই সুদূৰ বিদেশৰ পৰা গাবলৈকে সিচৰিত হৈ আছে যি সকলে তেখেতক সভক্তিৰে শ্ৰদ্ধা কৰিছিল। আনকি এতিয়াও প্ৰাক্তন ছাত্ৰই আমাৰ খা-খবৰ লৈ থাকে। ছাত্ৰসকলক তেখেতে যেনেকৈ ভাতৃবৎ তথা পুত্ৰবৎ জ্ঞান কৰিছিল তেওঁলোকেও সেই সন্মান যাচিছিল। এদিন কথা প্ৰসঙ্গত মই আক্ষেপেৰে আমাৰ ল'ৰা নথকাৰ কথা কওঁতে তেখেত কৈছিল, "কিয় দুখ কৰা, সমগ্ৰ ৰাজ্য জুৰি মোৰ বহুতো লৰা আছে। আনকি বিদেশতো মোৰ লৰাই কাম কৰিছে। সেই সকলেই আমাৰ পুত্ৰ। এই কথাত তেতিয়া মই পতিয়ন যাব পৰা নাছিলো যদিও সেইদিনা তেখেতৰ এইখিনি কথাৰ সত্যতা উপলব্ধি কৰিলো যিদিনা তেখেতৰ নিষ্প্ৰাণ দেহাটো সৎকাৰ কৰা কাৰ্য্যত আগ-ভাগ ললে অগনন ছাত্ৰই। পৰিয়ালৰ লোকে এই কাৰ্য্যৰ বাবে কোনো ক্ষেত্ৰতে মুৰ ঘমাব লগীয়া নহল। এয়া হ'ল তেখেতৰ মহানুভব অন্তৰৰ প্ৰতিক্ৰিয়া আৰু ছাত্ৰৰ প্ৰতি থকা গভীৰ আত্মপ্ৰত্যয়। এনেবোৰ মহৎ গুণ থকা বাবেই একাগ্ৰচিত্তে সমাজৰ হকে কাম কৰিব পাৰিছিল। তেখেতৰ শিক্ষাব্ৰতী জীৱনৰ অহৰহ প্ৰচেষ্টাৰ ফলস্বৰূপে নিৰ্ম্মাণ কৰিলে এটি বিজ্ঞানাগাৰ যিটো হয়তো অসমৰ বহুতো বিদ্যালয়তে নাই। এই বিজ্ঞানভৱন স্থাপন কৰিবলৈ লৈ তেখেত অত্যন্ত চিন্তাত পৰিল, কিয়নো আচনিমতে মাটি পাব ক'ত, টকা পাব ক'ত? কিন্তু মূৰ ঘমাই বহি থকা লোক তেখেত নহয়। চাণক্যৰ দৰে বুদ্ধিত পাৰ্গত তেখেতে কাষ চাপিল গাৱৰে দুজন জেষ্ঠ ভাতৃ সদৃশ ˚মহেশ্বৰ বৰা আৰু ˚ভূধৰ বৰাৰ। তেখেতসকলৰ ঘৰৰ সন্মুখৰ মৰা গোৰোৱা পিতনি খনত এটি বিজ্ঞানাগাৰ প্ৰতিষ্ঠাৰ বাবে মাটি দিবৰ বাবে খাটনি ধৰিলে। আৰু বিদ্যালয়ৰ দুটি চাকৰিৰ বাবে তেওঁলোকৰ দুজন লৰাক নিয়োগ কৰাৰ প্ৰতিশ্ৰুতি দি সেই মাটি আদায় কৰিলে —বিজ্ঞানাগাৰ নিৰ্ম্মাণৰ বাবে। সেইহেন দুৰ্গন্ধময় পিতনিৰ বুকুত গঢ় দিয়া বিজ্ঞানাগাৰে বিজ্ঞান শিক্ষাৰ প্ৰসাৰতাৰ উপৰিও চুবুৰীয়া সকলক উদ্ধাৰ কৰিলে প্ৰদুষিত পৰিবেশৰ পৰা। এই বিজ্ঞানাগাৰ নিৰ্ম্মাণ কাৰ্য্যত তেখেতে যেনেদৰে কষ্ট কৰিবলগীয়া

হৈছিল সেয়া এতিয়া সপোন যেন লাগে। কোনো চৰকাৰী অনুদান নোহোৱাকৈ কেৱল ছাত্ৰ-ছাত্ৰী, শিক্ষক-শিক্ষয়িত্ৰী আৰু ৰাইজৰ পৰা সংগ্ৰহ কৰা ধনেৰেই ৩ তলাৰ ব্যৱস্থা থকা বিজ্ঞানাগাৰ নিৰ্ম্মাণ কাৰ্য্য সম্পাদন হ'ল। তাৰবাবে তেখেতে বহুতো লঘু লাঞ্চনাৰ সন্মুখীন হব লগা হৈছিল; আনকি প্ৰতিবাদী কণ্ঠই এই দিশত তেখেতক অনেক সমালোচনা কৰি থকা সৰকা কৰিবলৈ বিচাৰিছিল। বিজ্ঞানাগাৰৰ টকা আত্মসাৎ কৰা অভিযোগো দুই একে কৰলৈ কুণ্ঠাবোধ কৰা নাছিল যদিও তেনে কথালৈ তেখেতে ভ্ৰূক্ষেপেই নকৰিলে। সমাজৰ কাম কৰিবলৈ যাওঁতে এনে এচাম লোক কেৱল দোষ খুচৰিবলৈকে থাকে বুলি মানি লৈ তেখেতে নিজৰ কাম কৰি যায়। আৰু কামৰ চানেকি দেখুৱাই প্ৰতিবাদী কণ্ঠক প্ৰতিৰোধ কৰাতোৱেই হ'ল তেখেতৰ স্বভাৱ। আনৰ সমালোচনাক গুৰুত্ব দিলে সমাজৰ কাম নহয় এই ধাৰণা আছিল প্ৰবল, সেয়ে কেতিয়াবা তেখেতে সমাজৰ বহুকাম কৰোতে নিজৰ মতেই কৰি গৈছিল। গঠনমূলক সমালোচনাক তেখেতে শ্ৰদ্ধাৰে গ্ৰহণ কৰে আৰু ভাঙনমুখী সমালোচনাৰ পৰা সততে আতৰি থাকি নিজৰ কাম কৰি গৈছিল। এইদৰেই তেখেতে শত্ৰুক প্ৰতিহত কৰিছিল। অৱশ্যে কোনো লোককে তেখেতে শত্ৰুজ্ঞান কৰা নাছিল। মই মাজে মাজে আনৰ এনে কথা শুনি অসহ্য হ'লে তেখেতৰ লগত বাকযুদ্ধ কৰিব লগা হয় যদিও মোৰ লগত যুদ্ধ নকৰি হাঁহি মুখে কয় শত্ৰু মোৰ জীৱনৰ লগৰীয়া হলেও কোনোদিন মই তেওঁলোকৰ বিপক্ষে থিয় নহও। কাৰ্য্যৰেহে তেওঁলোকৰ মুখামুখী হম। এয়েই আছিল তেখেতৰ উত্তৰ। এনেবোৰ উত্তৰত মই সন্তুষ্ট নহৈ উপায় নাছিল। কিন্তু শত্ৰুৰ ওচৰত কোনো দিনেই পৰাভূত হোৱা নাছিল। 'ঈশ্বৰৰ বাহিৰে মই কালৈকো ভয় নকৰো' এয়া আছিল তেখেতে সততে কোৱা কথা। সকলো কামতে ঈশ্বৰৰ ওপৰত ভৰষা ৰাখি কৰি গৈছিল আৰু সেইদৰে সু-ফলো লাভ কৰিছিল।

এইদৰেই তেখেতৰ হাততে ঠন ধৰি উঠিছিল এটা এটাকৈ কুজীডাঁহৰ সামাজিক অনুষ্ঠান সমূহ। কুজীডাঁহ উচ্চতৰ মাধ্যমিক বিদ্যালয় খনৰ উপৰি অন্যান্য সামাজিক অনুষ্ঠান সমূহৰ ভিতৰত জয় ধন বৰা ছোৱালী হাইস্কুল, এই স্কুলৰ ১০ বছৰ ধৰি সম্পাদকৰ দায়িত্বত থাকি পৰ্য্যায়ক্ৰমে বিদ্যালয় খনি আগুৱাই নিয়াত তেখেতৰ বৰঙণি কোনেও নুই কৰিব নোৱাৰে। হাতীচোং সমবায় সমিতিৰ জন্মলগ্নৰে পৰা কেবাবছৰ ধৰি সভাপতি স্বৰূপে থাকি তাৰ স্থায়ীঘৰ নিৰ্ম্মাণ কাৰ্য সম্পূৰ্ণ কৰিহে অব্যাহতি লৈছে। হাতীচোং ৰাজ্যিক

চিকিৎসালয়ৰ পূৰ্ণাঙ্গ ৰূপ দিয়াত তেখেতৰ অৰিহণা স্মৰণযোগ্য। হাতীচোং নিম্ন বুনিয়াদী বিদ্যালয়, মজুলীয়া বিদ্যালয় আদিৰ উন্নতি কল্পে এইজন লোকে আন্তৰিকতাৰে মাত মাতিছিল। শিক্ষা বিস্তাৰ কৰাই তেখেতৰ শিক্ষাব্ৰতী জীৱনৰ লক্ষ্য। দুখীয়া নিচলা ছাত্ৰ-ছাত্ৰীক চৰকাৰে দিয়া, বিভিন্ন শিতানৰ জৰিয়তে বৃত্তি আনি দিয়া পাঠ্যপুথি যোগান ধৰা, আনকি দুখীয়া ছাত্ৰক নিজৰ জেপৰ পইচা খৰচ কৰিও শিক্ষা লাভত সহায় কৰিছিল। মেধাবী ছাত্ৰ তথা অন্যান্য ছাত্ৰ-ছাত্ৰীক ভালকৈ পঢ়িবৰ বাবে উদগনি দিয়া আদি কাৰ্য্য ব্যস্ততাৰ মাজতো অব্যাহত ৰাখিছিল। স্ত্ৰী শিক্ষাৰ ওপৰত বিশেষভাবে গুৰুত্ব আৰোপ কৰিছিল। সেয়ে হাতীচোং ছোৱালী হাইস্কুল খনৰ উন্নতিৰ বাবেও তেখেতে অধিক অৰিহণা যোগাইছিল মৃত্যু পৰ্য্যন্ত। জন্মলগ্নৰে পৰা সেই বিদ্যালয়ৰ পৰিচালনা সমিতিৰ সদস্যৰূপে থাকি বিভিন্ন প্ৰকাৰে সহায় সহযোগ আগবঢ়াইছিল। নাৰীৰ উন্নতিয়েই সমাজৰ উন্নতি এই কথালৈ লক্ষ্য ৰাখি তেখেতে গাৱে গাৱে গৈ ঘৰত বহি থকা ছোৱালী বিচাৰি আনি বিদ্যালয় প্ৰতিষ্ঠাত সহায় হোৱাৰ লগতে তেওঁলোকে যাতে সু-শিক্ষা পায় তাৰ বাবে দৃষ্টি ৰাখিছিল। তেখেতৰ এই আদৰ্শৰ কথা আজিও বহুত প্ৰাক্তন ছাত্ৰীয়ে শ্ৰদ্ধাৰে স্মৰণ কৰে।

তেখেত নিজেই এটি অনুষ্ঠান আছিল। শিক্ষানুষ্ঠান প্ৰতিষ্ঠা কৰি পিচ পৰা সমাজক প্ৰগতিৰ বাটত আগবঢ়াই নিয়াটোৱেই আছিল প্ৰধান লক্ষ্য। বহুসময়ত পাৰিবাৰিক সমস্যাকো আওকান কৰি অনুষ্ঠানৰ কাম কৰিছিল। শিক্ষা সংস্কৃতি, স্বাস্থ্য, ধৰ্ম্মীয় অনুষ্ঠান আৰু নানা সামাজিক অনুষ্ঠান আদি গাৱত কেনেকৈ প্ৰতিষ্ঠা কৰিব পাৰি তাৰ প্ৰতিহে তেখেত আগ্ৰহী আছিল। এইবিলাক সামাজিক কাম কৰিবলৈ যাওঁতে তেখেতে বহুতো সমস্যাৰ সন্মুখীন হৈছিল যদিও সহজে বিতত নোহোৱা গুণৰ বাবেই সেইবোৰ জটিল সমস্যা হেলাৰঙে অতিক্ৰম কৰিছিল। কুজীডাঁহৰ সকলো অনুষ্ঠানে গঢ় লৈছিল তেখেতৰ সুদৃঢ় নেতৃত্বৰ বলত। অসমীয়া সাহিত্যৰ ওজা ˚ডিম্বেশ্বৰ নেওগৰ ভাষাতে কবলৈ হলে ব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰ তাণ্ডৰণ স্বৰূপ কুজীডাঁহ গাৱক অসম তথা ভাৰতৰ ভিতৰতে এখনি লেখত লবলগীয়া গাওঁত পৰিণত কৰাৰ গুৰিতেই আছে তেখেতৰ সৰ্বাধিক চেষ্টা। সমাজৰ কামৰ বাবে তেখেতক এজন ব্যক্তিয়ে বিশেষভাৱে উদগনি দিছিল সেইজনেই হ'ল একালৰ অসমৰ শিক্ষামন্ত্ৰী, ভাৰতীয়া ৰাজনীতিত আগস্থান লোৱা কবি ˚দেৱকান্ত বৰুৱাই। মৃত্যুৰ সময়লৈকে এইজন মহৎ ব্যক্তিয়ে মোৰ স্বামীক এৰা দিয়া নাছিল। এই সকলো সুফলৰ আঁৰতেই আছিল

মোৰ স্বামীৰ থকা মানবীয় গুণ সমূহো। দুখ-সুখক সহজভাবে লব পৰাতো তেখেতৰ অন্যতম গুণ। স্থিতপ্ৰজ্ঞ ব্যক্তিৰ দৰেই তেখেতে হাজাৰ বিপদ বিঘিনি পাৰ হৈ কাম কৰি যাওঁতে ধৈৰ্য্য হেৰুওৱা নাছিল। তেখেতৰ জীৱনত ঘটা এনে কিছুমান ঘটনাই মোৰ মনত থাকি গ'ল যিবোৰ মই সহজে পাহৰিব নোৱাৰো আৰু সহজ ভাবে লব নোৱাৰো। কিন্তু তেখেতে এনেবোৰ ঘটনাকো তুচ্ছ জ্ঞান কৰি নিজৰ কাম কৰি গৈছিল। এবাৰৰ এটা ঘটনা মনত পৰে. ১৯৬৭ /৬৮ চনত বিদ্যালয়ৰ সহকাৰী প্ৰধান শিক্ষক নয়োগৰ বেলিকা পৰিচালনা সমিতি দুটা দলত বিভক্ত হোৱাত সমস্যাৰ সৃষ্টি হ'ল। আনকি এই ক্ষেত্ৰত তেখেতে যোগ্যতাৰ ভিত্তিত যিজনক নিয়োগ কৰিবলৈ বিচাৰিলে এটা দলে তেওঁক দিয়াৰ বিপৰীতে থিয় দিয়াত সমস্যাই গুৰুতৰ ৰূপ ললে। আনকি বিভাগীয় কৰ্তৃপক্ষই আহি এই ক্ষেত্ৰত হস্তক্ষেপ কৰাতহে সমস্যা সমাধান হ'ল। আৰু এখেতৰ অনুকুলেই সঃ প্ৰধান শিক্ষক নিয়োজিত হ'ল। কিন্তু কথা হ'ল তেখেতৰ কাৰ্য্যত অসন্তুষ্ট হৈ কোনো কোনোৱে মোৰ স্বামীক আক্ৰমণ কৰিবলৈ উদ্যত হওঁতেও তেখেতে হাঁহি হাঁহিয়েই আক্ৰমণকাৰীৰ অন্তৰ জয় কৰিলে। স্থিত প্ৰজ্ঞ ব্যক্তিৰ বাবেহে এনে কাৰ্য্য সহজ সাধ্য।

গাৱত লখিমী গাৱলীয়া বেংকৰ শাখা খোলা কাৰ্য্যতো তেখেতে যথেষ্ট কৌশল অবলম্বন কৰিব লগা হৈছিল। এই বেংক থকা বাবে গাৱৰ সমৃদ্ধি বঢ়াৰ লগতে চুবুৰীয়া লোকৰ অনেক সুবিধা হৈছে। গাৱৰ ৰাস্তা পদুলি মেৰামতি কৰা আদি কাম তেখেতে স্কুলীয়া ছাত্ৰ-ছাত্ৰীক লৈয়ো কৰিছিল। মুঠতে গাৱৰ সকলো উন্নয়ন মুলক কাম তেখেতৰ নেতৃত্বত সমাধা হৈছিল। ইমান কাম কৰি থকা বাবে স্বাস্থ্য জনিত কাৰণত মই আক্ষেপ কৰিলেও তেখেতে ভ্ৰুক্ষেপ নকৰিছিল। বিশেষকৈ শিক্ষানুষ্ঠানৰ ক্ষেত্ৰত এখেতৰ দিহা পৰামৰ্শ লবলৈ অনেক লোক আমাৰ ঘৰলৈ আহিছিল। ধৰ্ম্মীয় অনুষ্ঠান গঢ়াতো তেখেতৰ আন্তৰিকতা আছিল প্ৰবল। গাৱত শংকৰ চ'ৰা কলা পৰিষদৰ স্থায়ী ঘৰ নিৰ্ম্মাণ কাৰ্য্য, যুৱীয়া নামঘৰৰ পুনৰ ৰূপদান বিশেষকৈ বৰপেটাৰ পুৰণি ভবানী পুৰত শ্ৰীশ্ৰীগোপাল দেৱ থানত কীৰ্তন ঘৰ নিৰ্ম্মাণ কাৰ্য্য তেখেতৰ কাৰ্য্যকালতে অৰ্থাৎ ১৯৬৭ চনৰ পৰা মৃত্যু পৰ্য্যন্ত সদৌ অসম গোপালদেৱ সমাজৰ সম্পাদক ৰূপে থাকি কুঞ্জীডাঁহৰ ৰাইজৰ সহযোগত গোপালদেৱ থানৰ মাটিত কীৰ্তন ঘৰ পৰ্য্যন্ত নিৰ্ম্মাণ আদি কাৰ্য্য সম্পাদন কৰি সেই পবিত্ৰ স্থান যুগমীয়া কৰি গ'ল। সেয়ে তেখেতৰ মৃত্যুত বৰপেটাৰ পৰাও লোক সকল আহি আমাক

সমবেদনা জনাবলৈ পাহৰা নাছিল। এয়া হল তেখেতৰ সমাজ আৰু ধৰ্ম্মীয় জীৱনৰ অক্ষয় কীৰ্তি। যুৰীয়া নামঘৰৰ পুনৰ নিৰ্ম্মাণৰ কাৰ্য্য হাতত লোৱা অবস্থাতে তেখেতক কালে হৰণ কৰিলে। মোৰ স্বামীৰ এই কাম আধৰুৱা হৈ থকাত আমি বৰ শোক পাইছো, জীৱিত থকা হ'লে তেখেতে এই কাম সম্পূৰ্ণ নকৰাকৈ নেৰে। শঙ্কৰী কলা কৃষ্টিৰ একান্ত সাধক ৰূপে তেখেতে গাৱত প্ৰতিষ্ঠা কৰিলে শঙ্কৰ চ'ৰা কলা পৰিষদ। এই অনুষ্ঠানৰ সম্পাদক তথা সভাপতি ৰূপে থাকি নিৰ্ম্মাণ কাৰ্য্য সমাপন কৰিলে শঙ্কৰী কলা কৃষ্টি বিকাশৰ বাবে। তেখেতৰ কৰ্ম্মময় জীৱনৰ শেষ প্ৰচেষ্টা আছিল হাতীচোং অঞ্চলৰ দুখীয়া ছাত্ৰ-ছাত্ৰীৰ বাবে এখনি মহাবিদ্যালয় স্থাপন কৰা। ১৯৮৮ চনৰ পৰা ভগ্ন স্বাস্থ্যৰেই প্ৰধান সম্পাদকৰ দায়িত্বত থাকি মহা বিদ্যালয়ৰ কামত একানপটীয়াকৈ লাগি হাতীচোং মঁহাবিদ্যালয় অসমৰ ভিতৰতে এটি আদৰ্শনীয় অনুষ্ঠানৰূপে গঢ়ি তোলাৰ সংকল্প লৈ অসম তথা বিদেশত থকা তেখেতৰ প্ৰাক্তন ছাত্ৰ আৰু বিভিন্নজনৰ পৰা ধন সংগ্ৰহ কৰি মহাবিদ্যালয় স্থাপন কৰিবলৈ সক্ষম হোৱাৰ লগতে ১০০ ফুট দৈৰ্ঘ্যৰ ২৫ ফুট বহল কুজীডাঁহৰ ৰাইজে আগবঢ়োৱা মহাবিদ্যালয়ৰ মাটিত এটি ঘৰ নিৰ্ম্মাণ কৰি কৰ্ম্মময় জীৱনৰ স্বাক্ষৰ ৰাখি থৈ গ'ল। এই ক্ষেত্ৰত তেখেতৰ কেইজনমান প্ৰিয় ছাত্ৰই বিশেষ ভাবে সহায় কৰাতো লক্ষণীয়। এই কাম কৰিব পৰাতো তেখেতৰ ছাত্ৰৰ ওপৰত থকা মৰম আৰু বিশ্বাসৰে প্ৰতিফলন। অবসৰৰ দিন ধৰি তেখেতে ভগ্ন স্বাস্থ্যৰেই কলেজখনৰ কাম কৰি গৈছিল। স্কুল খনৰ দৰে কলেজ খনকো জাকত জিলিকা অনুষ্ঠান ৰূপে গঢ়ি তোলাৰ সপোন দেখোতেই তেখেত গুছি গ'ল উভতি নহা বাটেৰে। প্ৰতিষ্ঠাৰ দিন ধৰি মৃত্যু পৰ্য্যন্ত কলেজৰ প্ৰধান সম্পাদকৰ দায়িত্বত আছিল। কলেজৰ ধন সংগ্ৰহৰ ক্ষেত্ৰত তেখেতে থিয়েটাৰ আদি আনি অহোপুৰুষাৰ্থ খাতিছিল।

ছাত্ৰ শিক্ষক আৰু অভিভাবকৰ লগত সমন্বয় ৰাখি কাম কৰাত বিশেষ ভাবে গুৰুত্ব দিছিল। আৰু এয়ে হ'ল তেখেতৰ প্ৰশাসনিক দক্ষতা। স্কুলৰ কাম কাজ নিয়াৰিকৈ চলোৱাত সহকাৰী প্ৰধান শিক্ষক শ্ৰীআনন্দ কলিতাকে ধৰি বাকী সকলো সহকৰ্ম্মীয়ে আন্তৰিকতাৰে সহায় সহযোগ আগবঢ়াইছিল। কাৰ্য্যালয় সহায়কাৰী আৰু চতুৰ্থ বৰ্গৰ কৰ্ম্মচাৰী সকলে তেখেতৰ কাম-কাজত কোনোদিনে অসন্তোষ প্ৰকাশ কৰা শুনা নাছিলো। ছাত্ৰ সকলৰ ওপৰত বিশেষভাবে দখল আছিল বুলি কব পাৰি। বিদ্যালয়ৰ শৈক্ষিক দিশৰ প্ৰতি সততে নজৰ ৰখাতো তেখেতৰ মহত্তম গুণ। মনত পৰে তেতিয়াৰ অসমৰ ৰাজধানী চিলঙৰ পৰা

আছিও শ্ৰেণীত সোমাই পাঠ দান কাৰ্য্য সম্পাদন কৰে আৰু শিক্ষক সকলৰ পাঠদানৰ গতি বিধি লক্ষ্য কৰাৰ উপৰি শিক্ষক সভা পাতি পাঠদানৰ আসোৱাহ দূৰ কৰাৰ বাবে পৰামৰ্শও দিয়ে। ছাত্ৰক পুত্ৰ শিক্ষক কৰ্ম্মচাৰী সকলক ভাতৃবৎ জ্ঞান কৰাতো তেখেতৰ মহৎ মনৰেই পৰিচয়। স্মতব্য যে তেখেতে স্কুলৰ কামত গৈ চিলং গুৱাহাটীৰ পৰা কেতিয়াবা ঘূৰি আহে আৰু বেবেজীয়াৰ পৰা চাইকেল কৰি আহিও শ্ৰেণী কোঠাত সোমাই পাঠদানত লাগি যায়। এনেকৈয়ে কৰা অক্লান্ত পৰিশ্ৰমৰ ফল স্বৰূপে শিক্ষান্ত পৰীক্ষাত ছাত্ৰ ছাত্ৰীৰ পৰা সুফলো লাভ কৰিছিল। ছাত্ৰ-ছাত্ৰী সকলৰ খেলাধূলা আৰু সাংস্কৃতিক দিশৰ উন্নয়নৰ বাবে তেখেতে চৰকাৰৰ পৰা সামান্য হলেও অনুদান লাভ কৰি ইটাৰ দেৱালেৰে বৃহৎ খেল পথাৰৰ চৌদিশ আবৰি ৰাখিছিল। নিজেও এজন ক্ৰীড়ানুৰাগী লোক হোৱাৰ উপৰি স্কুলীয়া জীৱনত এজন ফুটবল খেলুৱৈ আছিল। ছাত্ৰ-ছাত্ৰীৰ মানসিক বিকাশ সাধনত বিশেষ ভাবে গুৰুত্ব প্ৰদান কৰিছিল। তেখেতৰ কাৰ্য্যকালত বিদ্যালয়ত বিভিন্ন সংস্কৃতিমূলক অনুষ্ঠান আদিৰ আয়োজন কৰি শিল্পী সাহিত্যিকক আনি সভা সমিতি পতাত নিয়মীয়া আছিল। স্কুলৰ প্ৰাৰ্থনা সভাতে হওক বা অন্যান্য অনুষ্ঠানতে হওক তেখেতে নিজে ৰাষ্ট্ৰীয় সঙ্গীত আৰু জাতীয় সঙ্গীত ছাত্ৰ ছাত্ৰীৰ লগত গাইছিল। স্কুলৰ প্ৰতি আগবঢ়োৱা সেৱাৰ চিন স্বৰূপে ১৯৮০ চনত অসম চৰকাৰে ৰাজ্যিক পুৰস্কাৰেৰে পুৰস্কৃত কৰিছিল। কিন্তু ভাবিলে আচৰিত লাগে এনে এজন একনিষ্ঠ শিক্ষাব্ৰতীৰ নাম ৰাষ্ট্ৰপতিৰ পদক লাভৰ বাবে বাচনিত নুঠিল। এয়া জানো ৰাজনীতিৰে মেৰপাক নহয়, প্ৰমূল্য বোধৰ এই অবক্ষয়ৰ যুগত পুৰস্কাৰ বিতৰণ যোগ্যতাৰ ভিত্তিত হয় জানো?

• ঘৰতেই হওক বা বাহিৰতে হওক নেতৃত্ব দিব পৰাতো তেখেত অগ্ৰণী আছিল। এই গুণৰ বাবেই তেখেত প্ৰায় ১৩ বছৰ কাল অবিভক্ত নগাওঁ জিলাৰ শিক্ষক সন্থাৰ সভাপতি, সদৌ অসম শিক্ষক কৰ্ম্মচাৰী সন্থাৰ একেৰাহে দুবাৰৰ বাবে সভাপতি পদ অলংকৃত কৰিছিল। এই সময়তে শিক্ষকৰ অভাৱ অভিযোগ পুৰণৰ বাবে চৰকাৰৰ লগত সততে যোগাযোগ ৰাখিছিল। তেখেতৰ কাৰ্য্যকালতে শিক্ষামন্ত্ৰীৰ লগত শিক্ষকৰ অবসৰকালীন পেঞ্চন, গ্ৰেচু ইটি আৰু বিদ্যালয় প্ৰাদেশিকী কৰণ সপক্ষে মত প্ৰকাশ কৰি চুক্তিবদ্ধ হোৱাত বহুতৰ অপ্ৰিয় ভাজন হলেও শেষত সকলোৱে এনে পদক্ষেপৰ প্ৰতি শ্ৰদ্ধা জনাই তেখেতৰ বলিষ্ঠ নেতৃত্বৰ শলাগ লৈছিল। শিলচৰত বহা শিক্ষক কৰ্ম্মচাৰীৰ সভাত ভাষীক সংখ্যা লঘূ অঞ্চলতো অসমীয়া ভাষা শিক্ষাৰ মাধ্যম হব লাগে বুলি মত প্ৰকাশ

কৰি চৰম জাতীয়তাবোধৰেই পৰিচয় দিছিল। শিক্ষা বিভাগৰ জৰিয়তে আয়োজন কৰা বিভিন্ন আচনিৰ চেমিনাৰ আদিত যোগদানৰ বাবে কেইবাবাৰো ৰাজ্যৰ বাহিৰলৈ যোৱাৰ লগতে নেতৃত্বও দিছিল। সদৌ অসম ৪ ৰ্থ বৰ্গৰ কৰ্ম্মচাৰী সন্থা আৰু অবসৰৰ পিচত নগাওঁ জিলা পেঞ্চনাৰ সন্থাৰ সভাপতি আছিল। নগাওঁ জিলা অধিবিদ্যা পৰিষদ আৰু সদৌ অসম অধিবিদ্যা পৰিষদতো যথাক্ৰমে নেতৃত্ব বহন কৰিছিল, বিভিন্ন পদত থাকি। অসম মাধ্যমিক শিক্ষা পৰিষদৰ কেইবছৰমান সদস্য হিচাবে আছিল, শিক্ষা সংসদৰ লগতো তেখেতৰ সম্পৰ্ক আছিল নিবিড়। নগাওঁ জিলা মাধ্যমিক পৰীক্ষা পৰিষদ, বাচনি পৰীক্ষা পৰিষদ আদিৰ লগত তেখেতৰ ঘনিষ্ঠ সম্পৰ্ক আছিল। এইবিলাক অনুষ্ঠানে তেখেতক অবসৰৰ পাচত বিশেষভাবে সম্বৰ্দ্ধনা জনাইছিল। অসম মাধ্যমিক শিক্ষা পৰিষদে অবসৰৰ পাচতে অবৈতনিক শিক্ষক পৰিদৰ্শক হিচাবে নিয়োগ কৰাতোও শিক্ষাৰ ক্ষেত্ৰত থকা দক্ষতাৰে চিন।

সাহিত্য সংস্কৃতিক তেখেতে প্ৰাণ ভৰি ভাল পাইছিল। সাজ-পোচাক, খোৱা-মেলা আদিতো তেখেতৰ সংস্কৃতিবান মনটোৰ পৰিচয় পোৱা যায়। শংকৰী কলাকৃষ্টিৰ একান্ত সাধক আছিল। সমাজৰ কামত সততে ব্যস্ত থাকিবলগা হোৱাত যদিও সাহিত্য চৰ্চ্চা কৰিব নোৱাৰিছিল তথাপি তেখেতে কিতাপ পঢ়ি ভাল পাইছিল। সাহিত্যৰ প্ৰতিও গভীৰ অনুৰাগী আছিল। তাৰ প্ৰমাণ দিয়ে স্কুলৰ বৃহৎ আকাৰৰ লাইব্ৰেৰী আৰু ছোৱালী দুজনীৰ বাবে অনা দেশ বিদেশৰ বিভিন্ন লেখকৰ কিতাপে। তেখেত সাহিত্য সভাৰ আজীৱন সদস্য থকাৰ উপৰি হাতীচোং শাখা সাহিত্য সভাৰ সভাপতি আছিল। সেয়ে তেখেতৰ মৃত্যুত অসম সাহিত্য সভাই শোক প্ৰস্তাৱ লৈছিল। তেখেতৰ সাহিত্য অনুৰাগী মনৰ পৰিচয় দিয়ে কুজীডাঁহত তেখেতৰ নেতৃত্বত আয়োজন কৰা বিভিন্ন অনুষ্ঠান প্ৰতিষ্ঠান আদিয়ে। অসমৰ বিশিষ্ট কবি সাহিত্যিক আনি সম্বৰ্দ্ধনা জনাইছিল হাতীচোং শাখা সাহিত্য সভাৰ সৌজন্যত, প্ৰয়াত বুৰঞ্জীবিদ বেনুধৰ শৰ্ম্মা, প্ৰখ্যাত সাহিত্যিক ˚অতুল চন্দ্ৰ হাজৰীকা, ভাষাবিদ তথা শিক্ষাবিদ ˚গিৰিধৰ শৰ্ম্মাদেৱক। এই সভাতে ˚গিৰিধৰ শৰ্ম্মাদেৱে 'হাতীচোং মানেই কুজীডাঁহ, কুজীডাঁহ মানেই ৰামেশ্বৰ বৰা' এই আখ্যা দিছিল।

শংকৰী কলাকৃষ্টিৰ সাধক মোৰ স্বামী আৰু কুজীডাঁহৰ কলা-কুশলী ৰাইজৰ সহযোগত ১৯৭৭ চনত অনুষ্ঠিত হয় নগাওঁ জিলা অংকীয়া নাট অভিবৰ্ত্তন। এই অভিবৰ্ত্তনৰ বাবে আৰ্থিক অনুদানকে আদি কৰি বিভিন্ন বিষয়ৰ

আলোচনাৰ বাবে তেতিয়াৰ ৰাষ্ট্ৰপতি মাননীয় ফকৰুদ্দিন আলি আহমদ আৰু কংগ্ৰেছ সভাপতি কবি দেৱকান্ত বৰুৱাকো লগ ধৰিছিল। অংকীয়া নাট অভিবৰ্দ্ধনৰ বাবে আমাৰ গৃহত এসপ্তাহ কাল আছিল প্ৰয়াত প্ৰাচ্যবিদ শংকৰদেৱ বটা বিজয়ী ড° মহেশ্বৰ নেওগদেৱ আৰু কুজীডাঁহলৈ আহিছিল ড° সত্যেন্দ্ৰ নাথ শৰ্ম্মাৰ দৰে বিদগ্ধ পণ্ডিত আৰু অন্যান্য খ্যাতনামা শিল্পী সাহিত্যিক সকল। এই সকলোকে আমাৰ ঘৰতে আপ্যায়িত কৰিছিল। নিজে সুন্দৰকৈ খোল বজোৱা, বৰগীত গোৱা আৰু যুৰীয়া নামঘৰত হোৱা ৰাস ভাওনাত একাধিক বাৰ কৃষ্ণৰ ভাও লোৱা আদি কাৰ্য্য প্ৰয়াত জনৰ শিল্পী সুলভ মনৰে পৰিচায়ক। আমাৰ শহুৰ ঁ নন্দেশ্বৰ বৰাদেৱ এজন দক্ষ সূত্ৰধাৰ হোৱাৰ উপৰিও সুদক্ষ বায়নো আছিল। গুৰুজনাৰ আটাই কেউখন নাট তেখেতৰ কণ্ঠস্থ। সেয়ে তেখেতৰ পুত্ৰ হিচাবে মোৰ স্বামীয়ে এইবলাক গুণ সহজে আয়ত্ত কৰিব পাৰিছিল বুলি মনে ধৰে। বটদ্ৰৱা শংকৰদেৱ গবেষণা কেন্দ্ৰৰ তেখেত সদস্য হৈ থাকোতে কেন্দ্ৰৰ এখন সভাত বৰগীত পৰিবেশন কৰাৰ বাবে তেখেতক অনুৰোধ কৰিলে শিক্ষাবিদ সু-সাহিত্যিক শ্ৰীহৰেশ্বৰ গোস্বামীদেৱে। তেখেতৰ বৰগীতত মুগ্ধ হৈ সেই সভাৰ সভাপতি প্ৰাক্তন শিক্ষাধিকৰ্ত্তা ড° শৈলজানন্দ ভড়ালীয়ে কৈছিল ' বৰা আপোনাৰ গলা বৰ সুন্দৰ, প্ৰচেষ্টা অব্যাহত ৰাখক' এই কথাত হয়ভৰ দিছিল বৈষ্ণৱ সাহিত্যিক শিক্ষাবিদ শ্ৰীভৱ প্ৰসাদ চলিহাই। শিক্ষক সন্থাৰ ৰাজ্যিক তথা জিলা সভা বিলাকতো বৰগীত পৰিবেশন কৰি ভূয়সী প্ৰশংসা লাভ কৰিছিল। তেখেত এজন সুবক্তাও আছিল। বিভিন্ন বিষয়ক লৈ তেখেতক গাৱৰ, অঞ্চলৰ আৰু জিলা ভিত্তিক বহুতো সভালৈ নিৰ্দ্দিষ্ট বক্তা আৰু বিশিষ্ট অতিথিৰূপে নিমন্ত্ৰণ জনাইছিল। সাবলিল গতিত তেখেতে যিকোনো বিষয়ৰ ওপৰত মৌলিক বক্তৃতা প্ৰদান কৰিব পাৰিছিল।

বিভিন্ন অনুষ্ঠান প্ৰতিষ্ঠান আদি ধৰ্ম্মীয় কাম-কাজলৈ দান বৰঙনি তেখেতে মুক্ত হস্তে আগবঢ়াইছিল। আৰ্থিক সাহাৰ্য্য দিয়াৰ উপৰি এনেবোৰ কাৰ্য্যৰ সফলতাৰ বাবে দিহা পৰামৰ্শও দিছিল।

অসমৰ বিভিন্ন প্ৰান্তৰ সুধীজন আৰু বিজ্ঞ সমাজৰ লগত তেখেতৰ সম্পৰ্ক আছিল গভীৰ। সেয়ে কুজীডাঁহত অনুষ্ঠিত হোৱা অনুষ্ঠান প্ৰতিষ্ঠান পৰীক্ষা আদিলৈ অহা শিক্ষাবিদ, কবি সাহিত্যিকক ঘৰলৈ মাতি আনি খুৱাই বুৱাই সন্তুষ্টি লাভ কৰিছিল। অতিথি পৰায়ণতা তেখেতৰ গুণবিশিষ্ট জীৱনৰ এটি অন্যতম গুণ। অতিথিক বিমুখ কৰিলে অন্তৰত তেখেতে বৰ আঘাট পাইছিল।

নাৰীক পুৰুষৰ সমমৰ্য্যদা প্ৰদান কৰাত এইজন লোকে বিশেষ ভাবে গুৰুত্ব দিছিল। নাৰী সকলৰ প্ৰতি তেখেতৰ অগাধ শ্ৰদ্ধা আছিল আৰু নাৰীৰ প্ৰগতিয়েই সমাজৰ প্ৰগতি বুলি বিশ্বাস ৰাখি স্ত্ৰী শিক্ষাৰ প্ৰতি মনোযোগ দিছিল। আনকি মোকো তেখেতে কোনো দিন অঙ্কশায়িনী ৰূপে গণ্য কৰা নাছিল। সমাজৰ বা ঘৰৰে হওক যিকোনো সমস্যা সমাধানৰ ক্ষেত্ৰত মোৰ দিহা পৰামৰ্শৰ ওপৰত বিশেষভাবে নিৰ্ভৰ কৰিছিল। নাৰীক চাৰিবেৰৰ মাজত আবদ্ধ ৰখাতো তেখেতে সমূলি ভাল পোৱা নাছিল। স্ত্ৰী শিক্ষাৰ প্ৰতি তেখেতে অতিশয় আগ্ৰহশীল আছিল বাবেই ঘৰত বহি থকা ছোৱালীকো মাতি আনি স্কুলত নাম লগাই পঢ়িবলৈ উদগনি দিছিল।

গোটেই জীৱন সমাজৰ কামত আত্ম নিয়োগ কৰিলেও ঘৰখনৰ প্ৰতি আওকান কৰা নাছিল। বৃহৎ যৌথ পৰিয়ালৰ মাজত সমন্বয় সাধনৰ তেখেত আছিল অন্যতম প্ৰতীক। কেউজন ককাই ভাইৰ প্ৰতি থকা অসীম মৰম চেনেহৰ ডোল ডাল মৃত্যুৰ পৰলৈকে সোলোক ঢোলোক হোৱা নাছিল। তেখেতৰ এই আদৰ্শই পৰিয়ালৰ ল'ৰা-ছোৱালীৰ মাজত থকা সম্প্ৰীতিৰ জৰিডাল বেচি কটকটীয়া কৰি দিয়াত সহায় কৰিছে। আত্মীয় স্বজনৰ প্ৰতি গভীৰ অনুৰাগ সুখে দুখে ধনী-দুখীয়াৰ বাচ-বিচাৰ নকৰি সকলোৰে লগত সম্পৰ্ক ৰাখি চলাতো তেখেত পৰিয়ালৰ ভিতৰত শ্ৰেষ্ঠ বুলি কব লাগিব। গাবতো সকলোকে মৰমৰ ডোলেৰে বান্ধ খুৱাই ৰখাত তেখেতে বিশেষভাবে গুৰুত্ব দিছিল। ৯০ বছৰীয়া বৃদ্ধৰ পৰা ৫ বছৰীয়া শিশুলৈকে সকলোৱে তেখেতৰ আতিশয্য লাভ কৰিছিল। সকলো সম্প্ৰদায়ৰ মাজত সম্প্ৰীতিৰে কাম কৰি গৈছিল। কোনো সম্প্ৰদায়ৰ প্ৰতি বিৰূপ মনোভাব পোষণ নকৰিছিল। অঞ্চলৰ সকলোৰে মনত সকলো ক্ষেত্ৰতে আন্তৰিকতাৰে সহযোগ কৰাৰ দৃষ্টান্ত ৰাখি গ'ল তেখেতৰ অন্তিম যাত্ৰাত। তেখেতৰ শবদেহ কান্ধত ললে বিভিন্ন সম্প্ৰদায়ৰ লোকে আৰু সমাধিস্থলত উপস্থিত হ'ল জাতি বৰ্ণ নিৰ্বিশেষে ।

এনে এজন বহুগুণ সম্পন্ন ব্যক্তিয়ে জীৱনৰ শেষ বয়সত বহুতো মনোকষ্ট পালে যাৰ ফলত তেখেতৰ জীৱনৰ ম্যাদ কমি আহিল। কোনোদিন আত্ম গৌৰব নকৰা প্ৰচাৰ বিমুখ মোৰ স্বামীয়ে অন্তৰৰ সুখ-দুখো আনৰ আগত ব্যক্ত নকৰি নিজতেই সামৰি ৰাখিছিল। মই বিশেষকৈ ছোৱালী দুজনীয়ে মনোকষ্ট পাই বুলি মানসিক কোনো আঘাটৰ ভাগ আমাক দিয়াৰ পৰা বিৰত আছিল যদিও মই তেখেতৰ দুখৰ সমভাগী হুবলৈ সদায়েই যত্নত আছিলো

আৰু সেয়ে কোনোদিনে তেখেতৰ কাষৰ পৰা আতৰি থাকিবলৈ ভাল নাপাইছিলো। স্কুলৰ গধুৰ দায়িত্ব বহন কৰিলেও মই তেখেতৰ প্ৰতি কৰিব লগা কৰ্তব্যক অবহেলা কৰা নাছিলো বুলি দৃঢ় বিশ্বাস। সেয়ে তেখেতে মোক কোনো কথাতে দুখ দিয়া নাছিল। ওবেটো জীৱন সমাজৰ কাম কৰি আহৰি নোপোৱা স্বামীয়ে অবসৰৰ পিচতহে অতি মৰমৰ ছোৱালী দুজনীৰ সান্নিধ্যলৈ আহিছিল। পাচলৈ সীমিত পৰিয়ালৰ লোক হিচাপে তেখেতে অকলশৰীয়া অনুভৱ কৰা যেন অনুভৱ কৰিলে ছোৱালী দুজনীৰ লগতেই বিভিন্ন বিষয়ৰ আলোচনাত মগ্ন হৈছিল। বিশেষকৈ ৰৰজীয়াৰী মাতুৰ লগত সাহিত্য, সংস্কৃতি, ৰাজনীতি আদি সমসাময়িক সমস্যা ৰাইজৰ ওপৰত আলোচনা অব্যাহত ৰাখিছিল। ছোৱালী দুজনীৰ শিক্ষাৰ ক্ষেত্ৰত বিশেষ ভাবে চকু দিব পৰা নাছিল যদিও সদায় সিহঁতৰ পঢ়াৰ প্ৰতি দৃষ্টি ৰাখিছিল। সংস্কৃতত তেখেতৰ যথেষ্ট দখল আছিল। মাজে মাজে সৰু জীয়াৰী মনমিক সংস্কৃত বিষয়টো শিকাত চকু দিছিল সেয়ে তাই শিক্ষান্ত পৰীক্ষাত সংস্কৃত বিষয়ত লেটাৰ পাওতে বৰ আনন্দিত হৈছিল। মৃত্যুৰ দুই এবছৰ আগৰ পৰা তেখেতে ছোৱালী দুজনীক চকুৰ আতৰ হবলৈ নিদিছিল। গোটেই জীৱন সমাজত জড়িত থাকি নিজৰ সংসাৰৰ সোৱাদ লবলৈ আৰম্ভ কৰোতেই মৃত্যুৱে আহ্বান জনালে। এই কথাই আমাক অতিশয় ম্ৰিয়মান কৰি তোলে। এই বিলাক ব্যক্তিগত দুখৰ কথা ভাবিলেও তেখেতৰ দৰে এজন কৰ্ম্মযোগীৰ পত্নী হিচাবে আৰু ছোৱালী দুজনীয়ে লাভ কৰা সুযোগ্য পিতৃৰ গৌৰৱে আমাক অপাৰ্থিব আনন্দ দিয়ে।

এনে এজন সমাজ সচেতন শিক্ষাব্ৰতীয়ে জীৱনত পাবলগীয়া বহুতো আছিল যদিও যোগ্যতাক অবমাননা কৰা বৰ্তমানৰ সামাজিক ব্যৱস্থাই তেখেতক সন্মান কৰাতো দূৰতে থাওক বেচিকৈ মনোকষ্টহে দিলে। এই খিনিতে তেখেতৰ জীৱনত ঘটা এটা ঘটনাৰ উল্লেখ নকৰিলে মোৰ মনটোৱে শান্তি নাপাব। অবসৰৰ সময় উপস্থিত হোৱাত বিদ্যালয় খনৰ মৰমতে তেখেতে চাকৰিৰ কাল বৰ্দ্ধিত কৰাৰ বাবে চৰকাৰৰ ঘৰলৈ বহুবাৰ অহা যোৱা কৰি স্বাস্থ্যহানি কৰাৰ লগতে বিত্তৰ ধন হানিও কৰিলে। কিন্তু যোগ্যজনক প্ৰাপ্তিৰ পৰা বঞ্চিত কৰাটোৱেই হ'ল বৰ্তমান ৰাজনীতিকৰ ধৰ্ম্ম। সেয়ে শেষত চৰকাৰে তেখেতৰ এই আবেদনৰ প্ৰতি কেনো সুবিচাৰ নকৰিলে। বৰঞ্চ তাৰ পিচতো বহুজন চৰকাৰী বিষয়াৰ চাকৰিৰ কাল বৰ্দ্ধিত কৰিলে। সেইদিনা আছিল মাঘ মাহৰ হাড় কপোৱা জাৰৰ শেষ ৰাতি। তেখেতে কেইজনমান সতীৰ্থ লগত লৈ পুৱাই নিজৰ গাড়ীখন লৈ

দিচপুৰলৈ গ'ল। দিনটিয়াকৈ অহা মানুহজন শেষ ৰাতিও ঘূৰি নহাত মোৰ চিন্তাৰ পাৰ নাই। ঘৰত কামকৰা ল'ৰা মঙ্গল আৰু মই সেই ৰাতি উজাগৰে বহি আছো। বাহিৰৰ বাৰান্দাত তেনেতে তেখেতৰ লগত যোৱা দুজন লোক আহি গেটৰ মুখত থিয় হোৱাত আগবাঢ়ি গৈ গম পালো উদ্দেশ্য সফল নহল আৰু জোৰাবাটতে গাড়ীখনে ব্ৰেক ফেইল কৰাত গাড়ী লাহে লাহে আহিব লগা হ'ল। সেয়ে তেখেতে বাহিৰে বাহিৰে গাড়ী ভাল কৰিবৰ বাবে নগাৱলৈ গ'ল। এই কথা শুনি মই সৰগ পৰা মানুহৰ দৰে ঠৰ হলো। এৰা মানুহৰ জোখ মাখ কামেৰে নহয় যেন অনুভৱ হলেও সময়ে ইয়াৰ উত্তৰ দিব বুলি ধৈৰ্য্য ধৰি থাকিলো। সচাঁই তেখেতৰ অন্তিম দিনতেই ইয়াৰ যথাযথ উত্তৰ পালো। সেইদিনা তেখেতক ৰাইজে দিয়া সন্মানে সকলোকে তল পেলালে। তেনেহলে প্ৰমূল্য বোধৰ অবক্ষয় আৰু সাধুতাৰ অপমৃত্যু হব নোৱাৰে।

এইজন বহু গুণ সম্পন্ন লোকৰ জীৱনৰ ভেটি বিভিন্ন ক্ষেত্ৰত সুদৃঢ় কৰাৰ গুৰিতে আছিল তেখেতৰ ধৰ্ম্মপ্ৰাণা আৰু আদৰ্শস্থানীয় বিধবা মাতৃ। আনহাতে সৰু কালতে পিতৃ বিয়োগ হোৱাত আৰু দাৰিদ্ৰতাৰ সন্মুখীন হোৱা স্বামীৰ তথা তেখেতৰ কেউজন ভায়েক-ককায়েকক পিতৃত্বৰ মৰমেৰে আবৰি ৰাখি শিক্ষা দীক্ষাত চকু দিছিল তেখেতৰ মোমায়েক ˚ বকুল চন্দ্ৰ বৰাদেৱে। ভাগিনীয়েক সকলৰ প্ৰতি তেখেতে সততে চকু ৰাখিছিল আৰু তেখেতলোকেও মোমাইদেউক অতি সমীহ কৰি চলিছিল বাবেই আটাই কেউজনে সু-শিক্ষা লাভ কৰিবলৈ সক্ষম হৈছিল। স্বামীৰ জীৱনৰ এই দুগৰাকী প্ৰাতস্মৰণীয় ব্যক্তিৰ প্ৰতি তেখেতৰো অত্যন্ত শ্ৰদ্ধা-ভক্তি আছিল। বিধবা মাকে অন্তৰত দুখ পোৱা কোনো কামেই তেখেতে কৰা নাছিল। শাহুৱেও তেখেতৰ অমায়িক আৰু দায়িত্ববোধ সম্পন্ন গুণৰ বাবে তেখেতৰ ওপৰত বেচি নিৰ্ভৰ কৰি চলিছিল। অতি মৰমৰ সৰুৰ ( মোৰ স্বামীৰ ঘৰত মতা নাম ) কোলাতে শাহুৱে শেষ নিশ্বাস ত্যাগ কৰিছিল সুদীৰ্ঘ ৯৩ বছৰৰ অন্তত। মাকৰ মৃত্যুৱে পুতেকৰ অন্তৰত বহু আঘাট দিছিল যদিও ৬০ বছৰ বয়সতহে তেখেতক হেৰুৱাইছে। ডাক পুৰুষৰ মতে "আহাৰে শাওনে দোহে গাই ষাঠী বছৰত বোলে আই।" এইটো প্ৰবচনৰ ফলাফল ভোগ কৰিলে তেখেতৰ পুত্ৰ সকলে।

এনে জন বহু গুণৰ অধিকাৰী লোকৰ গুণানুকীৰ্তন কৰাতো মোৰ বাবে ধৃষ্টতা হলেও পত্নী হিচাবে তেখেতৰ কৰ্ম্মময় জীৱনৰ ওপৰত আলোকপাত কৰিবলৈ যাওতে বহুতো স্মৃতিয়ে মোৰ অন্তৰত জুমুৰি দিছে। অতি কম দিনৰ

ভিতৰতে আমি তেখেতক হেৰুৱালো, সেই বেদনাই মোক আৰু আমাৰ দুজনী ছোৱালী শ্যামলীমা আৰু কস্তুৰীমাক অতিশয় আঘাট দিছে। নিজহাতে গঢ় দিয়া জোৱাই শ্ৰীমান দিব্য জ্যোতিৰ হাতত ৰৰজীয়াৰীক সমৰ্পন কৰিবলৈ নৌ পাওঁতেই তেখেত গুছি গ'ল। এই দুখেও আমাক হতাশ কৰিছে। তথাপি মৃত্যু এৰাব নোৱাৰা সত্য। গতিকে সুখে দুখে তেখেতৰ আদৰ্শ জীয়াই ৰাখিবলৈ ভগবানে যেন আমাক শক্তি দিয়ে।

এই খিনিতে মোৰ কৰ্ম্মযোগী স্বামীয়ে ১৯৬৭ চনতে মোলৈ ( চাৰিগুলৈ ) দিয়া এখন চিঠি ইয়াত প্ৰকাশ কৰিলো। এই চিঠিখন তেখেতে স্কুলৰ প্ৰতি কৰা কষ্টৰ প্ৰতীক স্বৰূপ। সেয়ে এই চিঠি পঢ়ুৱৈৰ জ্ঞাতাৰ্থে ইয়াত প্ৰকাশ কৰা হ'ল।

*মৰমৰ টুটু,*

*প্ৰথমে মৰম লবা। সিদিনা ৩ তাৰিখে গুৱাহাটীলৈ গৈ বিয়াত দেখা দি Science apparatus অৰ কিছু সেই গাড়ীতে পঠাই দিলো। ৰাতিপুৱা ৭ বজাৰ বাচত শ্বিলঙলৈ গলো। শ্বিলঙত ২ ৰাতি থাকি কাম বিলাক বিশেষকৈ হোষ্টেল গ্ৰাণ্টৰ প্ৰসঙ্গত শ্ৰীযুত মহেন্দ্ৰ হাজৰিকা চাৰৰ তাত প্ৰায় বহু ঘণ্টা ব্যয় কৰিব লগা হ'ল। তেখেতে শতকৰা ৯০ ভাগ আশা দিছে কিন্তু recommendation এতিয়াও পঠোৱা নাই। দিনে ৩ বাৰকৈ আৰু ৫ তাৰিখে প্ৰায় ৬ ঘণ্টা কাল তেওঁৰ ওচৰত বহিও কামটো শেষ কৰিব নোৱাৰি মনত খুবেই বেয়া লাগিল যাৰ ফলত মতিনগৰত হোৱা বিয়া খনত এভুমুকি মাৰিব নোৱাৰিলো। মন্ত্ৰীবিলাকে ইয়াত কোৱা কথা আৰু শ্বিলঙত কোৱা কথাৰ মিল নথকা দেখি খুবেই বেয়া লাগে। বাকী ৪ টা স্কুলৰ order ইতিমধ্যে issue হ'ল মাত্ৰ বাকী ৰ'ল আমাৰটো। তাৰ কাৰণে আইন যদি বেলেগ হব লগা হয় তেনেহলে শ্ৰীযুত ফণী বৰাৰ ওচৰ চাপিব লাগিব আৰু আইনৰ আশ্ৰয় লব লাগিব। অৱশ্যে শিক্ষামন্ত্ৰীৰ পৰা সম্পূৰ্ণ আশ্বাস পাইছো আৰু শ্ৰীযুত হাজৰিকাক সকলো কৈ আহিছো। ৬/৭/৬৭ তাৰিখে শ্বিলঙৰ পৰা আহিলো আৰু ৰাতি ১২ বজাত ঘৰ পালোহি। আজি পুৱা Ist time বাচত নগাৱলৈ আহিছো। শ্ৰীযুত লীলা বৰা চাৰক সকলো কৈ এখন চিঠি দিয়াব লাগিব। শ্ৰীযুতা হাজৰিকানীয়ে কামটো কৰাই দিম বুলি কৈছে।*

*শ্ৰী মান শশীও আজিলৈকে ঘুৰি নাহিল, তাৰ পৰাও একো খবৰ পোৱা নাই। মনটো খুব ভাল লগা নাই যদিও কাম কাজ বিলাক কৰিয়েই আছো।*

*আজি তোমাৰ পৰা সকলো খবৰ পাম বুলি আশা ৰাখিছো। মাতৃজনীয়ে যাওঁতে নিশ্চয় আমনি কৰা নাই। পূজনীয়া আই আৰু পূজনীয় দেউতাৰ খবৰ কুশল মঙ্গল জনাবা। বেয়া যদি নহয় আৰু অন্য কোনো যদি আছে তেনেহলে মই নগলেও হবনে কি চাবা। মোৰ যোৱাত অসুবিধা নাই কিন্তু ইতিমধ্যে* **delegation** *বোৰ কিবা* **Date fix** *হলেহে অসুবিধা হব কাৰণ আমি ১২০০০ শিক্ষকৰ প্ৰতিনিধি। স্কুলৰ কাম কাজবিলাক পুৰাদ্যোমে চলি আছে। মাতৃজনীৰ খোৱা বোৱা আৰু চাল চলন আদিলৈ চোকা নজৰ ৰাখিবা।*

*ইতি*

*তোমাৰ*

*শ্ৰী ৰামেশ্বৰ বৰা*

এনে এজন কৰ্ম্মযোগীৰ মৃত্যু হব নোৱাৰে। তেখেতৰ সৎ কৰ্ম্মৰ চানেকি বোৰেই তেখেতক অমৰত্ব দান কৰিব। সেয়ে ভগবানৰ ওচৰত একান্ত প্ৰাৰ্থনা যেন তেখেতৰ আত্মাই চিৰ শান্তি লাভ কৰে।

******

# কৃতী শিক্ষক বিশিষ্ট শিক্ষাবিদ ৺ৰামেশ্বৰ বৰাদেৱ

এজন প্ৰাক্তন ছাত্ৰ
কুজীডাঁহ উঃ মাঃ বিদ্যালয়

নগাওঁ জিলাৰ সদৰঠাই নগাওঁ চহৰৰ পৰা প্ৰায় ১৫ কিলোমিটাৰ পশ্চিমে অৱস্থিত কুজীডাঁহ, জিলাখনৰ ভিতৰৰে এক উল্লেখযোগ্য গাওঁ। যোৱা ৬-৮-৯৫ তাৰিখত গাওঁখনত এক নিৰৱ নিস্তব্ধ পৰিবেশ। ইয়াৰ মূলতে আছিল, গাওঁখনৰ, অঞ্চলটোৰ, জিলাখনৰ আৰু সৰ্বোপৰি অসমৰ শৈক্ষিক উৎকৰ্ষ সাধনৰ অৰ্থে জীৱনজোৰ কষ্ট স্বীকাৰ কৰি অসমৰ বৌদ্ধিক বিকাশৰ বেদীত জীৱন উৎসৰ্গা কৰি অমৰ হোৱা কুজীডাঁহ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ প্ৰতিস্থাপক অধ্যক্ষ, কৃতী শিক্ষক, বিশিষ্ট শিক্ষাবিদ, সমাজকৰ্মী, দক্ষ প্ৰশাসক, সংগঠনক ৺ৰামেশ্বৰ বৰাদেৱৰ আকস্মিক মৃত্যু। সেই মহান ব্যক্তি গৰাকীক সমূহ পাঠকক চিনাকি কৰি দিয়াৰ অকৃত্ৰিম আন্তৰিক দুৰ্বলতাৰ চিন স্বৰূপে এই জীৱনী মূলক নিবন্ধ প্ৰেৰণ কৰা হ'ল।

ইংৰাজী ১৯৩১ চনৰ ১ এপ্ৰিল তাৰিখে কুজীডাঁহ নিবাসী ৺নন্দেশ্বৰ বৰাদেৱৰ পত্নী ৺লক্ষণা বৰাৰ দ্বিতীয় সন্তান ৺ৰামেশ্বৰ বৰাদেৱৰ জন্ম হয়। লৰালি কালত গাৱঁৰ প্ৰাথমিক বিদ্যালয়তে তেখেতে শিক্ষা-জীৱনৰ পাতনি মেলে। প্ৰাথমিক শিক্ষা সাং কৰি ৮ ম শ্ৰেণী পৰ্য্যন্ত তেখেতে শিক্ষা লাভ কৰে বৰ্ত্তমানৰ বেবেজিয়া ৺পণ্ডিত কনক শৰ্ম্মা উচ্চতৰ মাধ্যমিক বিদ্যালয়ত। ৯ ম মান শ্ৰেণীৰ পৰা তেখেতে শিক্ষা গ্ৰহণ কৰে নগাওঁ চৰকাৰী বালক বিদ্যালয়ত। সেই বিদ্যালয়ৰ পৰাই বৰাদেৱে সুখ্যাতিৰে ১৯৪৮ চনত প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ নগাওঁ মহাবিদ্যালয়ত উচ্চ শিক্ষাৰ বাবে নাম ভৰ্ত্তি কৰে। তাৰে পৰাই ক্ৰমে আই-এচ-চি আৰু বি-এ পৰীক্ষাত উত্তীৰ্ণ হৈ ঘৰুৱা পৰিস্থিতিৰ বাবে শিক্ষা জীৱনৰ সামৰণি মাৰে। পিচত শিক্ষকতা কৰি থাকোতেই তেখেতে বি-টি প্ৰশিক্ষণ সুখ্যাতিৰে সম্পূৰ্ণ কৰে।

১৯৫৩ চন, কুজীডাঁহত জন্ম হৈছিল কুজীডাঁহ - নমাটি হাইস্কুল, সেই সময়ৰ অঞ্চলটোৰ শিক্ষাৰ প্ৰতি ৰাপ থকা ব্যক্তিসকলৰ যত্নত। সেই মহান লোক সকলৰ যত্নতেই কিব কাৰণত পূৰ্বৰ নাম সলনি কৰি জন্ম লাভ কৰি ন-কৈ গঢ় ললে ১৯৫৪ চনত কুজীডাঁহ হাইস্কুল— বৰ্ত্তমানৰ কুজীডাঁহ উচ্চতৰ

মাধ্যমিক বিদ্যালয়ে। গাৱঁৰে বিজ্ঞসমাজে সেই সময়ৰ স্থানীয় শিক্ষিত আৰু আন ঠাইত শিক্ষকতা কৰি থকা লোকসকলক মুক্তকণ্ঠে আহ্বান জনালে নতুনকৈ স্থাপন কৰা বিদ্যালয়ত নাম-মাত্ৰ পাৰিতোষিকৰ বিনিময়ত শিক্ষা দানৰ মহৎ কাৰ্য্যত ব্ৰতী হবৰ বাবে। গাঁৱৰ লোক সকলৰ সেই আহ্বানৰ প্ৰতি সহাৰি জনাই সেই সময়ত চকলাঘাট হাইস্কুলৰ সহকাৰী প্ৰধান শিক্ষকৰ দায়িত্ব এৰি বৰাদেৱে কুজীডাঁহ উচ্চ মাধ্যমিক বিদ্যালয়লৈ আহি ইয়াৰ প্ৰধান শিক্ষক আৰু সম্পাদকৰ দায়িত্ব গ্ৰহণকৰে। তেতিয়া আছিল ১৯৫৫ চন।

এয়াই আছিল কুজীডাঁহ উচ্চ মাধ্যমিক বিদ্যালয়ৰ জয়যাত্ৰাৰ আৰম্ভণি। বৰাদেৱৰ নেতৃত্বতে ১৯৫৭ চনত বিদ্যলয়খনিয়ে কোনো ধৰণৰ তদৰ্থ মঞ্জুৰী নোপোৱাকৈয়ে পোণপটীয়াভাৱে ঘাটি মঞ্জুৰী লাভ কৰে। উল্লেখনীয় যে তেনেদৰে ঘাটি মঞ্জুৰী পোৱা এই বিদ্যালয়েই একমাত্ৰ অনুষ্ঠান। ১৯৭৭ চন, কুজীডাঁহ উচ্চ মাধ্যমিক বিদ্যালয় উন্নীত হ'ল উচ্চতৰ মাধ্যমিকলৈ। নতুন নাম পালে কুজীডাঁহ উচ্চতৰ মাধ্যমিক বিদ্যালয়। উন্নীতকৰণৰ ক্ষেত্ৰতো দেখা গ'ল সেই সময়ত উন্নীত কৰা বিদ্যালয়বোৰৰ ভিতৰত এইখনেই একমাত্ৰ শিক্ষানুষ্ঠান য'ত কলা আৰু বিজ্ঞান দুয়োটা শাখাৰে মঞ্জুৰি দিছিল। এই দিশত বৰাদেৱৰ ব্যক্তিগত অৱদান বিশেষ ভাবে উল্লেখযোগ্য।

বছৰ বাগৰাৰ লগে লগে কুজীডাঁহ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ ৰূপো সলনি হৈ আহিল। পূৰ্ব্বৰ খেৰৰ ঘৰৰ সলনি বিশাল, টিনপাতৰ ঘৰ হ'ল। কেঁচা মজিয়া নোহোৱা হ'ল। ছাত্ৰ-ছাত্ৰীৰ ক্ৰীড়াৰ অনুশীলনৰ বাবে বিদ্যালয়ৰ সম্মুখতে বিশাল খেলপথাৰ হ'ল, আধুনিক বিজ্ঞান শিক্ষাৰ বাবে অতি প্ৰয়োজনীয় ( কোনো চৰকাৰী অনুদান নোহোৱাকৈ) দুই মহলাৰ ব্যৱস্থা থকা প্ৰকাণ্ড বিজ্ঞানাগাৰ হ'ল, দূৰৰ ছাত্ৰৰ সুবিধাৰ বাবে ছাত্ৰাবাস হ'ল আৰু দুখীয়া ছাত্ৰ-ছাত্ৰীৰ উপকাৰ সাধনৰ উদ্দেশ্যে পুথিভঁড়াল আৰু বিদ্যালয় সমবায়ৰ জন্ম হ'ল। বিদ্যালয়ৰ বৰ্ত্তমানৰ সুবিশাল ভৱন, অত্যাধুনিক সা-সুবিধাই তেখেতৰ নাম ইতিহাসত অমৰ কৰি ৰাখিব। বৰ্ত্তমান বিদ্যালয়ত চলি থকা আধুনিক শিক্ষাৰ অবিচ্ছেদ্য অংগ কম্পিউটাৰ শিক্ষা আৰু কাৰিকৰী শিক্ষাৰ প্ৰবৰ্ত্তনো বৰাদেৱৰ ঐকান্তিক প্ৰচেষ্টাৰ বাস্তৱ ৰূপ।

ৰামেশ্বৰ বৰাদেৱ আছিল ব্যক্তিত্বৰ এক বিশাল সাগৰ। তেখেত সমাজৰ বিভিন্ন অনুষ্ঠান প্ৰতিষ্ঠানৰ লগত জড়িত আছিল। তেখেত অংকীয়া ভাওঁনাৰ সু-অভিনেতা, সংগীত (বৰগীত) চৰ্চ্চাকাৰী আছিল। বৰদোৱাৰ শ্ৰীমন্ত শংকৰদেৱ গৱেষণা কেন্দ্ৰ আৰু সদৌ অসম মাধ্যমিক শিক্ষক কৰ্মচাৰী সন্থাৰ

চামগুৰি অধিবেশনত বৰগীত পৰিবেশন কৰি তেখেতে ভূয়সী প্ৰশংসা অৰ্জ্জন কৰিছিল।

তেখেতৰ যত্নতে জন্ম লাভ কৰি পূৰ্ণতা পাইছিল অনেক অনুষ্ঠানে। কুজীডাঁহ শ্ৰীমন্ত শংকৰ চ'ৰা কলা পৰিষদ, শ্ৰী শ্ৰীগোপালদেৱ থান (ভৱানীপুৰ) নিৰ্মান, নামঘৰ নিৰ্মান, ইয়াৰ মাটি পট্টন, হাতীচোং সমবায় সমিতি, হাতীচোং ৰাজ্যিক চিকিৎসালয়, কুজীডাঁহ জয়ধন বৰা ছোৱালী হাইস্কুল আৰু হাতীচোং ছোৱালী হাইস্কুলৰ পূৰ্ণতা প্ৰাপ্তি , হাতীচোং ডাকঘৰ আৰু লখিমী গাৱঁলীয়া বেংকৰ শাখা কাৰ্যালয় স্থাপন আদিত তেখেত আছিল অদ্বিতীয়।

নেতৃত্ব দানতো ` বৰাদেৱ আছিল অগ্ৰণী পুৰুষ। তেখেতে সুদীৰ্ঘ ১৩ (তেৰ) বছৰ কাল সদৌ অসম মাধ্যমিক শিক্ষক কৰ্ম্মচাৰী সন্থাৰ নেতৃত্ব দিছিল সম্পাদকৰূপে আৰু দুটাকৈ কাৰ্য্যকাল সভাপতিৰূপে কাৰ্য্যনিৰ্ব্বাহ কৰিছিল। আজিৰ শিক্ষক সমাজৰ বাবে সুখৰ খবৰ যে তেখেতৰ প্ৰচেষ্টাতে শিক্ষকৰ অৱসৰকালীন পেঞ্চন প্ৰদানৰ ব্যৱস্থা কৰা হয়। অসম ৰাজ্যিক অধিবিদ্যা পৰিষদ, নগাওঁ জিলা অধিবিদ্যা পৰিষদত তেখেতৰ বৰঙণি যুগমীয়া হৈ ৰব।

তেখেতৰ কাৰ্যকালতে ১৯৭৬ চনত পশ্চিম-বংগৰ 'কল্যা'ত তেখেতে কৰ্ম্ম অভিজ্ঞতাৰ প্ৰশিক্ষণ লয়। ১৯৮৪ চনত NIEPA, NEW-DELHI (N.I.E.P.P.) ৰাষ্ট্ৰীয় শিক্ষা আৰু পৰিকল্পনা আচঁনিৰ প্ৰশিক্ষণ গ্ৰহণ কৰে। পাঠকবৃন্দৰ বাবে সুখবৰ যে ১৯৮০ চনত তেখেতে অসম চৰকাৰৰ ৰাজ্যিক কৃতী শিক্ষকৰ বঁটা লাভ কৰে। অঞ্চলৰ লোকসকল আৰু সুধীসমাজে কামনা কৰিছিল তেখেতে কৃতী শিক্ষকৰ ৰাষ্ট্ৰপতিৰ পদক পোৱাটো কিন্তু সি বাস্তৱত হৈ নুঠিল।

এনেদৰে ১৯৫৫ চনৰ পৰা ১৯৮৯ চনৰ ৩১ মাৰ্চ্চত অৱসৰ গ্ৰহণ কৰি তাৰ পিচতো ১৯৯২ চন পৰ্য্যন্ত বিদ্যালয়ৰ সম্পাদকৰ দায়িত্ব বহন কৰি তেখেতে বিদ্যালয়লৈ পূৰ্ণতা আনি দিলে। দুখীয়া ৰাইজৰ উপকাৰৰ বাবে আনি দিলে H.S.L.C. আৰু H.S পৰীক্ষাৰ পৰীক্ষাকেন্দ্ৰ। সৌ সিদিনা ১৯৮৮ চনত, অৱসৰ গ্ৰহণৰ ঠিক আগে আগে হাতীচোং মহাবিদ্যালয়, বৰ্ত্তমান ৰাজীৱ গান্ধী মহাবিদ্যালয় প্ৰতিস্থাৰ জৰিয়তে দুখীয়া, নগৰলৈ গৈ শিক্ষা লাভৰ পৰা বঞ্চিত হোৱা উচ্চ শিক্ষাৰ হেপাহ থকা ছাত্ৰ-ছাত্ৰীৰ মনোকামনা পূৰণৰ প্ৰচেষ্টা হৈ কলেজৰ ভৱন নিৰ্মাণ সম্পূৰ্ণ নৌ হওঁতেই, কলেজৰ চৰকাৰী অনুমোদন নৌপাওঁতেই তেখেত আমাৰ মাজৰ পৰা নাইকিয়া হোৱাৰ বাবে আমি সচাঁকৈয়ে

দুৰ্ভগীয়া। তেখেতৰ অসম্পূৰ্ণ এই কামখিনি উত্তৰ পুৰুষে সম্পূৰ্ণ কৰিব পাৰিলেই তেখেতৰ প্ৰতি প্ৰকৃত শ্ৰদ্ধা নিবেদন কৰা হ'ব।

বিভিন্ন সময়ত কুজীডাঁহ উচ্চতৰ মাধ্যমিক বিদ্যালয়ত বহু বৰেণ্য ব্যক্তিৰ পদাৰ্পণ হৈছে। সেই সকলৰে দুগৰাকী মানৰ মন্তব্যৰ মাজেদিও ঁবৰাদেৱৰ ব্যক্তিত্ব আৰু অৱদানৰ পৰিচয় পোৱা যায়। পণ্ডিত ঁ গিৰিধৰ শৰ্ম্মাই কৈছিল — "হাতীচোং মানেই কুজীডাঁহ, কুজীডাঁহ মানেই ৰামেশ্বৰ বৰা"। অসমৰ এসময়ৰ শিক্ষাধিকৰ্তা গোপাল শৰ্ম্মা বৰুৱাদেৱে কৈছিল — " মই অসমৰ বিভিন্ন ঠাইলৈ গৈছো, শিক্ষানুষ্ঠানসমূহ দেখিছো ; সেইবোৰৰ ভিতৰত বাহানা হাইস্কুলখনেই মই আটাইতকৈ ভাল বুলি ভাবিছিলো। কিন্তু সেই ধাৰণা আজি মোৰ ভুল বুলি প্ৰমাণিত হ'ল ; কিয়নো, কুজীডাঁহখনচোন বাহানাতকৈয়ো বেছি ধুনীয়া।"

অসমৰ প্ৰাক্তন মন্ত্ৰী চৈয়দ আহমদ আলি ডাঙৰীয়াও আহিছিল এই বিদ্যালয়লৈ। বিদ্যালয় আৰু গাৱঁৰ পৰিবেশ দেখি আচৰিত হৈ তেখেতে কৈছিল -- "মই ভাবিছিলো কুজীডাঁহ এখন গাওঁ। কিন্তু এইখনতো গাওঁ নহয়, নগৰ আৰু এই কুজীডাঁহ উঃমাঃ বিদ্যালয়, ইটো বিদ্যালয় নহয়, এখন মহাবিদ্যালয়হে। সচাঁকৈয়ে এই অঞ্চলৰ ৰাইজ বৰ ভাগ্যবান।"

সচাঁকৈয়ে অঞ্চলৰ ৰাইজ ভাগ্যবানেই আছিল কিন্তু যোৱা ইংৰাজী ৬-৮-৯৫ তাৰিখে নিষ্ঠুৰ নিয়তিয়ে যেন সেই ভাগ্যৰবিক থাপ মাৰি আমাৰ মাজৰ পৰা লৈ গুচি গ'ল। অক্লান্ত পৰিশ্ৰম কৰাৰ বাবেই তেখেতে বহুমূত্ৰ ৰোগত প্ৰায় ৩০ বছৰ কাল ৰোগগ্ৰস্ত হৈ আছিল। তাৰেই পৰিণতিত যোৱা ৬ আগষ্টত আমাৰ মাজৰ পৰা তেওঁ হেৰাই গ'ল। মৃত্যুৰ বাতৰি পাই সমবেত হোৱা বিশাল জনসমুদ্ৰ, অঞ্চলটোৰ সিদিনাৰ সামগ্ৰিক পৰিবেশে নিসন্দেহে প্ৰমাণ কৰে ঁৰামেশ্বৰ বৰাদেৱ ৰাইজৰ হকে জীৱন দান দি অমৰত্ব অৰ্জন কৰা এগৰাকী বৰেণ্য ব্যক্তি। তেখেতলৈ আন্তৰিক শ্ৰদ্ধাঞ্জলি নিবেদন কৰাৰ লগতে পৰমপিতাৰ ওচৰত তেখেতৰ আত্মাৰ চিৰশান্তিৰ বাবে সকাতৰে প্ৰাৰ্থনা জনাইছো। ঁৰামেশ্বৰ বৰাদেৱ অসমৰ শিক্ষাজগতৰ পূজাৰ বেদীৰ এপাহি ফুল হৈ ৰওক।

***✿◆**◆✿***

# এক ব্যক্তিগত স্মৰণ................

শিবানন্দ কাকতি

মোৰ ব্যক্তিগত শৈশব কিছু বিচিত্ৰ। বিশেষকৈ নগৰ আৰু গাঁও জীৱনৰ বৈপৰীত্যৰ লগত বাৰে বাৰে ইটোৰ পৰা সিটোলৈ সঘন পৰিবৰ্ত্তিত অৱস্থানে মোৰ সৰু মনটো মাজে মাজে কৰি তুলিছিল উলাহত আন্দোলিত অথবা দুখত ভাৰাক্ৰান্ত। হাইস্কুল সোমোৱালৈকে মোৰ সেই ন-দহ বছৰতে স্কুল কেইবাবাৰো সলনি হৈছিল দেউতাৰ কৰ্মক্ষেত্ৰৰ সঘন সলনিৰ বাবে ; নলবাৰী, তেজপুৰ, যোৰহাট ইত্যাদিত। যোৰহাটত প্ৰাইমেৰী স্কুল শেষ কৰি চৰকাৰী বালক বিদ্যালয়ত ক্লাচ ফ'ৰত ভৰ্ত্তি হোৱাৰ মাত্ৰ ছয়মাহমান পিচতেই আকৌ নগাওঁ। নগাঁও মানে নগাঁৱৰ পূব দিশৰ ভিতৰৰ এখন সৰু গাওঁ, শেতালি। যোৰহাট চহৰৰ এখন অন্যতম অগ্ৰণী শিক্ষানুষ্ঠানৰ পৰা আহি মোৰ হাইস্কুলীয়া শিক্ষাজীৱন আৰম্ভ হয় এখন 'ভেনচাৰ' এম্ ই স্কুলত য'ত আমি বোধহয় দ্বিতীয় অথবা তৃতীয় চামৰ ছাত্ৰ আছিলো। এখন এচলীয়া চালিৰ ঘৰৰ তলত কেইজনমান মাত্ৰ ছাত্ৰ-ছাত্ৰী আছিল আমাৰ সহপাঠী। অন্যান্য সহযোগী পাঠ্যক্ৰমৰতো কথাই নাই স্কুলৰ শিক্ষক সকলৰ আন্তৰিক সেৱাৰ বাহিৰে স্কুলখনৰ অত্যাৱশ্যকীয় প্ৰাথমিক সা-সুবিধাও নাছিল। স্বাভাবিকতে সদ্য নগৰৰ অন্যতম ডাঙৰ শিক্ষানুষ্ঠানৰ পৰা অহা মোৰ সৰু মনৰ সহাৱস্থান আছিল অত্যন্ত অনিচ্ছাকৃত, ধীৰ আৰু মন্থৰ। তথাপিও লাহে লাহে গাঁৱৰ পথাৰ-বালি-নামঘৰ-চোতাল আদিয়ে মই ৰপ্ত হৈ পৰিব ধৰিলো। কিন্তু উৰ্দ্ধগামী মোৰ মনৰ প্ৰথম স্বাদ মই পাহৰিব পৰা নাছিলো আৰু অনবৰতে মোৰ মনক একধৰণৰ উচ্চাকাঙ্খাই ক্ৰিয়া কৰি আছিল। অনবৰতে এক প্ৰবল ইচ্ছাই মোক আমনি দি আছিল, তিনিবছৰ এম, ই স্কুল খন শেষ কৰি কেনেকৈ কুজিডাঁহ হাইস্কুলখনত নাম লগাবগৈ পাৰোঁ। কাৰণ এই সময়বোৰতেই আমাৰ গাঁও আৰু অঞ্চলৰ কেবাজনো অগ্ৰজই মোক মোহাবিষ্ট কৰিছিল কুজীডাঁহ হাইস্কুলৰ প্ৰতি, শ্ৰদ্ধেয় ৰামেশ্বৰ বৰাৰ প্ৰতি, ৰামেশ্বৰ বৰাৰ স্কুল কুজীডাঁহৰ প্ৰতি।

অঞ্চলটোত অনেক হাইস্কুলেই আছিল, হাইস্কুল সমূহৰ শিক্ষাদান আৰু ফলাফলো তুলনামূলক ভাবে প্ৰায় একেপৰ্যায়ৰে আছিল। কিন্তু যিবোৰ কথাই কুজীডাঁহ হাইস্কুললৈ অহাৰ আগেয়ে মোক অধিক আকৰ্ষণ কৰিছিল সি আছিল স্কুলখনৰ চুটি-চাপৰ, অল্পকেশী ধুতি-পাঞ্জাবী পৰিহিত এজন প্ৰধান শিক্ষক

যাৰ নেতৃত্বত গঢ়ি উঠিছিল অনেক কেইজন সাংস্কৃতিক ৰুচিসম্মত শিক্ষকৰ একোটা গোট আৰু সুশৃংখলাবদ্ধ আৰু নিয়মানুৱৰ্তিতাৰে অনেক ছাত্ৰ-ছাত্ৰী। ৰামেশ্বৰ বৰা চাৰৰ কথা ভাবিলে বা ৰামেশ্বৰ বৰা বুলিলে ব্যক্তিবিশেষ ৰামেশ্বৰ বৰা তেতিয়াও অপ্ৰাসঙ্গিক ; ৰামেশ্বৰ বৰা এজন শিক্ষক, শিক্ষাদায়িনী প্ৰধান শিক্ষক। ৰামেশ্বৰ বৰা শৈক্ষিক সংগঠনৰ আজীৱন যাত্ৰা ; তেওঁৰ বাবে শিক্ষানুষ্ঠান গঢ় দিয়াৰ আৰু শৈক্ষিক পৰিবেশ সৃষ্টি কৰাৰ আশুসধীয়া প্ৰচেষ্টা. মিশ্যন তেওঁৰ ব্যক্তিত্বৰ এক সম্পূৰ্ণ পৰিপূৰক।

সপ্তমমান শ্ৰেণীত মই নামভৰ্ত্তি কৰিবৰ পৰাই পাব পৰা হাইস্কুলখনৰ সান্নিধ্যতেই মই গভীৰবাবে উপলব্ধি কৰিছিলোঁ ৰামেশ্বৰ বৰা চাৰৰ এই শৈক্ষিক মিশ্যনৰ গুৰুত্বপূৰ্ণ অৰ্থৰ কিছু অংশ। স্কুলখনৰ প্ৰতিটো অংগই অংগই অনুভূত হোৱা ৰামেশ্বৰ বৰা চাৰৰ উপস্থিতি। আজিকালিৰ দৰে বহিঃপ্ৰকাশ (Exposure) তুলনামূলক বাবে কম আছিল। তথাপিও পাঠ্যক্ৰম জনিত কেৱল শিক্ষাদানৰ উপৰিও বৰাচাৰৰ নেতৃত্ব আছিল সামাজিক-সাংস্কৃতিক সকলো দিশৰ পৰাই ছাত্ৰ-ছাত্ৰীক সম্পূৰ্ণভাৱে শিক্ষিত কৰা। পুৱাৰ প্ৰাৰ্থনা সভা কেৱল জাতীয় বা ৰাষ্ট্ৰীয় সংগীতৰ সভাই নাছিল, মোৰ স্পষ্ট মনত আছে ছাত্ৰ-ছাত্ৰী সকলৰ সন্মান আৰু শাস্তি সমানেই হৈছিল প্ৰাৰ্থনা সভাত। কঠোৰ নিয়মানুবৰ্তিতা, সুশৃংখলাবদ্ধতা আৰু শাস্তি দানৰ বিভিষীকাময় ৰামেশ্বৰ বৰা একেজনেই কোনো ছাত্ৰ বা ছাত্ৰীৰ প্ৰশংসাত পঞ্চমুখ হৈও উৎসাহিত কৰিব পাৰিছিল। বিদ্যায়তনিক সকলো দিশৰ প্ৰতি তেওঁৰ দৃষ্টি আছিল নিৰৱচ্ছিন্ন। প্ৰায় সকলোবোৰ শ্ৰেণীৰ মাজে মাজে লোৱা অগ্ৰগতিৰ খতিয়ানৰ পৰা আৰম্ভ কৰি বিতৰ্ক, আকস্মিক বক্তৃতাৰ বিষয় নিৰ্বাচনীলৈকে তেওঁৰ দৃষ্টি আছিল পৰিব্যাপ্ত। অনেক উৎসাহ-উদ্দীপনাৰে তেওঁ ছাত্ৰ-ছাত্ৰীক বহুসময়ত নিজৰ স্কুল প্ৰতিনিধিত্ব কৰি বিভিন্ন প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰিবলৈ পঠিয়াইছিল অসমৰ ভিন ভিন ঠাইলৈ। বিজয় গৌৰবৰ ভাগ বতোৰাৰা সমানে লৈছিল আৰু অত্যাধিকভাৱে আকৌ উৎসাহো যোগাইছিল যিকোনো পৰাজয়ত। ব্যক্তিগতভাৱে গুৰুত্ব দিছিল প্ৰায় সকলো ছাত্ৰ ছাত্ৰীকে। আমি তেতিয়া হাইস্কুল শিক্ষান্ত পৰীক্ষা দিবলৈ আহিব লগা হৈছিল নগাঁৱলৈ। নগাওঁ চৰকাৰী বালক বিদ্যালয়ত মই শিক্ষান্ত পৰীক্ষা দিছিলো। মই এতিয়াও সসন্মানে, চাৰৰ প্ৰতিদিনে আমাৰ সকলো ছাত্ৰ-ছাত্ৰীৰ খবৰ লবলৈ অহা মনত পেলাওঁ।

সাংস্কৃতিক আৰু শৈক্ষিক সকলো দিশৰে এক অফুৰন্ত প্ৰেৰণাৰে ৰামেশ্বৰ বৰাৰ বাবে আছিল আজীৱন শিক্ষক সংগঠক হিচাবে কাম কৰি যোৱা।

তেওঁ যি অকৃত্ৰিম ভাৱে গোটেই স্কুলখনক সমগ্ৰ জিলা আৰু ৰাজ্যৰ এক উল্লেখযোগ্য শিক্ষাকেন্দ্ৰত পৰিণত কৰিলেহি সি সাধাৰণতে বিৰল। অসাধাৰণভাৱে তেওঁ আয়ত্ব কৰিব পৰা সংগঠন অবিমুখিতা আজীৱন তেওঁৰ বাবে সৃষ্টিৰ উৎস হৈ ৰৈছিল। সামাজিক কামত আগবাঢ়ি যোৱাটো বৰ এটা সহজ কথা নহয়। প্ৰথম পৰ্য্যায়ৰ উচ্ছাস অনেক মানুহৰ শেষলৈকেতো কথাই নাই আনকি মাজবাটতেই মৰহি যায়। কিন্তু ৰামেশ্বৰ ৰৰা চাৰে আমৃত্যু ইয়াক পালন কৰি গ'ল। মৃত্যুৰ সময়লৈকে তেওঁ ব্ৰতী আছিল হাতীচোং কলেজ আৰু অন্যান্য শৈক্ষিক, সামাজিক কামকাজৰ লগত সংলগ্ন। মৃত্যুৰ কেইদিনমানৰ আগতে মাত্ৰ তেখেত আহিছিল আমাৰ লগৰ কেইজনমানৰ ঠিকনা সংগ্ৰহ কৰিবৰ বাবে, কেইখনমান চাহবাগিছাৰ আৰু ৰাজহুৱা খণ্ডৰ কোম্পানিৰ ঠিকনা সংগ্ৰহৰ বাবে, কিজানিবা কিছু অনুদান আদায় কৰিব পাৰি হাতীচোং মহাবিদ্যালয়খনৰ বাবে।

এক অদম্য কৰ্মশক্তিৰে অকল হাতীচোঙৰে নহয়, গোটেই অঞ্চলটোৰেই এটা শৈক্ষিক সুস্থ পৰিবেশ গঢ়াত ৰামেশ্বৰ ৰৰাদেৱে তেওঁৰ যি জীৱনজোৰা সংগ্ৰাম আৰু ত্যাগ আগবঢ়ালে ইয়াৰ প্ৰত্যক্ষ আৰু পৰোক্ষ প্ৰভাৱ অনন্ত সময়ৰ বাবে সাগৰৰ পাৰৰ আকাশ চাকিৰ দৰে জিলিকি ৰব।



# কৰ্ম্মযোগী ৰামেশ্বৰ বৰা

মনোৰমা বৰদলৈ

স্বৰ্গীয় ৰামেশ্বৰ বৰাক আমি সৰু ককাইদেউ বুলিহে জানি আছিলো। বৰদেউতাৰ ল'ৰা সৰু ককাইদেউক নিচেই সৰুৰ পৰা জনাৰ সুবিধা পাইছো। হাতীচোং মৌজাৰ কুজীদহঁত আমাৰ দেউতাৰ পৰিয়াল। চৰকাৰী চাকৰিৰ অজুহাতত আমাৰ দেউতা স্বৰ্গীয় হেমপন্ত বৰা আৰু সৰুজন খুৰাদেউ চহৰত সপৰিয়ালে থাকিবলৈ লয়। কিন্তু আমাৰ মাজুজন খুৰাদেউৰ পৰিয়াল এতিয়াও কুজীদাহঁতে আছে।

এইয়া ১৯৪৮ চন মানৰে কথা। আমি তেতিয়া নিচেই সৰু সৰু। •সৰু ককাইদেউয়ে নগাওঁ মহাবিদ্যালয়ত উচ্চ শিক্ষাৰ বাবে চহৰলৈ আহিছে। সেই সময়ত নগাওঁ মহাবিদ্যালয় খনেই জিলাখনৰ ভিতৰত একমাত্ৰ উচ্চশিক্ষাৰ অনুষ্ঠান হিচাবে নিচেই চালুকীয়া। তিনিজন ভাই আৰু এজন ককায়েকৰ সৈতে পাচোজন আমাৰ নিচেই ওচৰতে থাকি পঢ়া-শুনা কৰিব। ডাঙৰজন অৰ্থাৎ শ্ৰীযুত পুষ্পেন্দ্ৰ বৰা ইতিমধ্যে চৰকাৰী চাকৰিত সোমাইছে। আমাৰ ল'ৰাছোৱালী কেইটাৰ অপাৰ আনন্দ। ককাইদেউহঁত থাকিবলৈ লোৱা নতুনকৈ সজা ঘৰটোলৈ আমি আটাইকেইটা লৰাছোৱালী দিনটোত পাক এটা মাৰি বৰ স্ফূৰ্তি পাইছিলো বাবেই ককাইদেউহঁতেও আমাক বৰ মৰম সাদৰ কৰিছিল।

সেই সময়ত আমাৰ ঘৰত বৰ ডাঙৰ দুৰ্যোগ আহে। দেউতাই অৱসৰ পোৱাৰ পিছতেই ভৰি এটা দুৰ্ঘটনা হৈ বেয়াকৈ ভাগে -- বহু চিকিৎসাৰ পিছত প্ৰায় এবছৰ কাল দেউতাই আনৰ সহায় লৈ চলিব লগা হয়। সৰু ককাইদেউয়ে আমাৰ পঢ়া-শুনা চোৱা, ঔষধ পাতি আনি দিয়া, বজাৰ সমাৰ কৰি দিয়া, দৰ্কাৰ মতে ডাক্তৰক মতা, পৰ পালি দিয়া আদি কামত আগৰণুৱা হৈ সততে সহায় কৰা আমাৰ মনত আছে। তাৰ কিছুদিন পিছত মাৰো পেটৰ ডাঙৰ এটা অস্ত্ৰোপচাৰ হোৱাত প্ৰায় এবছৰ মান বিছনাতে আছিল। আমাৰ তেতিয়াৰ সকলো কথা ভালকৈ মনত ৰখা বয়স হোৱা নাই যদিও দুই এটা কথা মনত আছে।

সৰুৰে পৰাই সৰু ককাইদেউ পঢ়াত বৰ চোকা আছিল বুলি দেউতাই তেতিয়া আমাক কৈ থাকে। পঢ়া-শুনাৰ মাজতে ককাইদেউয়ে বৰগীতৰ চৰ্চা কৰাও আমি সৰুৰে পৰাই দেখিছো, আমাৰ সৰুজন খুৰাদেউ স্বৰ্গীয় মহেন্দ্ৰ

বৰা গায়নো পাকৈত বায়নো। সেই সময়ত খুৰাদেউক সাতোটা খোল একেলগে বজোৱা দেখিছিলো। সেইজন খুৰাদেউৰ ওচৰতে ককাইদেউয়ে গধুলি প্ৰায়ে বৰগীত গোৱা আমি শুনা মনত আছে।

কুজীডাঁহ শঙ্কৰী সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ। সঘনাই হৈ থকা ভাওনাত ককাইদেউয়ে প্ৰায়ে কৃষ্ণ ভাও লোৱা মনত পৰে। সুশ্ৰী আৰু সুগঢ়িত সুবলা মাতৰ বাবেই ৰাইজে কিজানি কৃষ্ণ ভাওটো ককাইদেউৰ বাবেই সংৰক্ষিত কৰি ৰাখিছিল। আমি চহৰত নিগাজিকৈ থাকিলেও কুজীডাঁহৰ বিয়া সবাহ ভাওনা, পৰিয়াল আৰু গাঁৱৰ মানুহৰ খা-খবৰ ৰখা আদি কামত দেউতা সঘনাই কুজীডাঁহলৈ যাওঁতে আমাকো সদায় লগত লৈ গৈছিল। কুজীডাঁহৰ ৰাস ভাওনা চাবলৈ সেই সময়ত বহুঠাইৰ পৰা দৰ্শকৰ সমাগম হৈছিল।'

সৰু ককাইদেউয়ে সুখ্যাতিৰে প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ নগাওঁ মহাবিদ্যালয়ত পঢ়ি থকা সময়ৰ এটি কথা। সেই বছৰ সম্ভৱ ককাইদেউ নগাওঁ মহাবিদ্যালয়ৰ সাধাৰণ সম্পাদক। ককাইদেউৰ কাৰ্য্যকালত মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ তিথিভাগ বৰ সাত্ত্বিক ভাবে পতাৰ যো জা চলিছে। বিভিন্ন শঙ্কৰী কৃষ্টি প্ৰদৰ্শনৰ কাৰ্যসূচীৰ লগতে প্ৰভাতফেৰী কাৰ্য্যসূচীত বৰগীত গোৱাৰ ব্যৱস্থা কৰা হৈছে। বৰগীত গাব সৰু ককাইদেৱে, লগত খোল বজাব আমাৰ সৰু খুৰাদেউয়ে। সেই সময়ত জনসংখ্যাও কম আৰু এতিয়াৰ দৰে টেপ, কেছেট, গাড়ী মটৰৰ হাইউৰুমীও বৰ নাই, নিতাল তাল মৰা পৰিবেশ।

দোকমোকালিতে দেউতাই আমাক জগাইছে -- 'উঠহঁত সৰু য়ে বৰগীত গাই যোৱা নেদিখিবি নহলে।' আমাৰ আৰু খুৰাদেউহঁতৰ আটাই কেইটা লৰাছোৱালীৰ কি যে স্ফূৰ্ত্তি। টোপনি চিকুন পুৱা - যেন্ধঁজালি দিয়া সময় -- আমি পদুলিত জুম বান্ধি আছো -- এখন সু-সজ্জিত ট্ৰাকত উঠি ককাইদেউয়ে সুললিত সুৰত বৰগীত গাই গৈছে — " উঠৰে উঠ বাপু, গোপালহে নিশি পৰভাত ভৈল "............। গোটেই চহৰখন যেন কঁাহ পৰি জিণ গ'ল। যশোদাৰূপী সৰু ককাইদেউয়ে যেন কৃষ্ণৰূপী শিশু সকলক চহৰখনত ঘূৰি ঘূৰি জগাই ফুৰিছে। সেই মাত সেই গীতৰ সুৰ আজি নিস্তব্ধ যদিও ৰিণিকি ৰিণিকি সুৰ এটি কেতিয়াবা স্মৃতিৰ পটত জাঁহি আহে।

ইতিমধ্যে ককাইদেউয়ে সুখ্যাতিৰে আই, এচ, চি. পাছ কৰিছে। তেতিয়া নগাওঁ মহাবিদ্যালয়ত বি, এচ, চি. ক্লাচ খুলিবৰ সাধ্য নৌ এখোন। আমি তেতিয়া পঢ়া-শুনা দিক নিৰ্ণয় কৰিব পৰাকৈ গৈনন্ত বয়সৰ হোৱা নাই যদিও কিছুমান

কথা ধাৰণা কৰিব পাৰিছিলো। সততে দেউতাৰ ওচৰত উপদেশ পৰামৰ্শ লৈ থকা সৰুককাইদেউক সেইদিনা চিন্তাক্লিষ্ট ভাৱে দেউতাৰ সৈতে আলোচনা কৰি থকা দেখা মনত পৰে। সকলো কথা তেতিয়া বোধগম্য নহলেও এটা কথা বুজিছিলো--দেউতাই সৰু ককাইদেউক কৈছিল — 'তই নগাৱঁতে বি,এ, পঢ়। বি, এ, পাচ কৰিলে কুজীদাঁহৰ স্কুলখনৰ উন্নতি কৰিব পাৰিবি, পুষ্পেন্দ্ৰইও সকাহ পাব।'

গাওঁখনৰ সকলো দিশৰ উন্নয়নৰ চিন্তাত অহৰহ লাগি থকা ককাইদেউৰ আউল লগা মনটোৱে যেন হেৰোৱা আঁত বিচাৰি পালে। দেউতাৰ উপদেশ শ্ৰদ্ধাৰে গ্ৰহণ কৰি সময়ত ককাইদেউয়ে সুখ্যাতিৰে বি, এ, পাচ কৰিলে। কৰ্ম্মজীৱনৰ বহলকৰ্ম্মক্ষেত্ৰৰ প্ৰথম পদক্ষেপতে ৰাইজৰ আশীৰ্ব্বাদ বিচাৰিলে আৰু তাকেই সম্বল কৰি দোপত দোপে উন্নতি কৰি গ'ল। তেতিয়াৰ কথা আমাৰ মনত পৰে -- কুজীদাঁহ হাইস্কুলৰ উন্নতিৰ বাবে কেৱল চৰকাৰী সাহায্যৰ বাবে বাট চাই নাথাকি ককাইদেউৰ নেতৃত্বত কুজীদাঁহৰ ৰাইজে চহৰত আহি হুচৰী নাম গাই অৰ্থ সংগ্ৰহ কৰিছিল।

সৰু ককাইদেউ যেন স্বভাৱজাত কৰ্ম্মযোগী। ককাইদেউৰ জীৱন জোৰা সাধনাত বহুতো শিক্ষা সংস্কৃতিৰ অনুষ্ঠান, প্ৰতিষ্ঠান, সত্ৰ, নামঘৰ, সমাজ সংস্কাৰ, উন্নয়নৰ কাম নিয়াৰিকৈ সমাধা হ'ল। কুজীদাঁহ আজি এখন আদৰ্শ গাওঁ। নিজৰ জীৱনতকৈ কৰ্ম্ম আৰু সময়ক অধিক গুৰুত্ব দিয়া কৰ্ম্মযোগীজন পিছলৈ অসুস্থ হৈ পৰিছিল-- যদিও, মনৰ উদ্যম কমা নাছিল। শান্ত প্ৰকৃতি, দুৰদৰ্শী, বিবেকবান, মেধাশক্তি সম্পন্ন সৰুককাইদেউয়ে যাচি দিয়া লোভনীয় চৰকাৰী চাকৰিও হেলাৰঙে ঠেলি থৈ মাতৃ-সেৱা, জনমভূমিৰ সেৱা কৰি জীৱনৰ পুৰুষাৰ্থ লাভ কৰিছিল।

১৯৯৫-৯৬ চনত সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ নগাওঁ শাখাই কুজীদাঁহত এটি শাখা গঠন কৰাৰ উদ্দেশ্যে সৰু ককাইদেউৰ কাষ চাপিছিলো। ককাইদেউয়ে চিৰাচৰিত ঈষৎ হাঁহিটো মাৰি কৈছিল — 'তই যে এনেয়ে সময় নকটাই সাহিত্য চৰ্চালৈ মন মেলিছ এইটো ভাল কাম হৈছে --।' সঁচাকৈ পুণ্যাত্মা আৰু উত্তম জনেহে আমাৰ দৰে অভাজনৰ দোষবোৰ আঁতৰাই গুণকন বাছি লব জানে। ককাইদেউৰ পৰামৰ্শৰে নবৌৰ নেতৃত্বৰে লেখিকা সমাৰোহ সমিতিৰ শাখা এটি গঠন হ'ল।

শুধকণা ধুতি-পাঞ্জাবী পৰিহিত সদাহাস্যময় ককাইদেউৰ বাহিৰৰ দৰে

ভিতৰৰ মনটোও নিকা আৰু শান্ত। সেয়ে হয়তো ককাইদেউৰ উন্নতিৰ সমল। ককাইদেউ আছিল আত্মীয় স্বজন প্ৰিয়। ইমান ব্যস্ততাৰ মাজতো ককাইদেউয়ে গুৰুজন, প্ৰিয়জন, মিত্ৰ জনৰ লগত যোগাযোগ ৰাখিছিল। উৎসৱ পাৰ্বন, বিয়া সবাহ সুখে দুখে সকলোৰে ঘৰত দেখা দিয়াটোওককাইদেউৰ কৰণীয় কামৰ তালিকাৰ অন্তৰ্ভুক্ত আছিল। কুজীদাঁহত বিদ্যালয়খনৰ উপৰিও উচ্চতৰ মাধ্যমিক বিদ্যালয়, মহাবিদ্যালয়, শংকৰী সংস্কৃতিৰ কলাক্ষেত্ৰ হ'ল। সৰু ককাইদেউয়ে অসুস্থ শৰীৰেই গাৰেঁ ভুএঁঃ ঘৰে ঘৰে গৈ কৃতী শিক্ষক শিক্ষয়িত্ৰী সকলক বিচাৰি আনি নিজে গঢ়া বিদ্যালয়ত নিযুক্তি দিছে। বহুতো কৃতী শিক্ষক শিক্ষয়িত্ৰীয়ে আন বিভাগত ভাল চাকৰি পালেও যাবলৈ ইচ্ছা নকৰে। শাসনৰ বাঘজৰীদাল কটকটীয়া, কিন্তু শান্ত প্ৰকৃতিৰ ককাইদেউয়ে কাকো কেতিয়াও খং কৰা বা গালি পৰা নাই।

এইজন কৰ্ম্মযোগী ৰামেশ্বৰ বৰা আজি নাই। কিন্তু কুজীদাঁহৰ আবাল-বৃদ্ধ-বনিতাই ৰামেশ্বৰ বৰাৰ কৃচ্ছ সাধনা শ্ৰদ্ধাৰে সুঁৱৰিছে - অদূৰ ভৱিষ্যতৰ নতুন পুৰুষেও সুঁৱৰিব। কৰ্ম্মব্যস্ত এটি জীৱনৰ লগে লগে কৰ্ম্মব্যস্ত অধ্যায় এটিৰো সামৰণি পৰিল।

সৰু ককাইদেউৰ পূণ্যাত্মাই সংস্থান লাভ কৰক। পৰমেশ্বৰৰ ওচৰত এয়ে আমাৰ প্ৰাৰ্থনা।



## ঃ প্ৰফাইল ঃ

# প্ৰয়াত ৰামেশ্বৰ বৰা

সুশীল বৰা

যি সকল বৰেণ্য লোকে নিজ নিজ কৰ্ম্মৰাজিৰ স্থায়িত্ব ৰাখি নিজৰ নাম যুগমীয়া কৰিবলৈ সক্ষম হৈছে, সেই সকলৰ ভিতৰৰে হাতীচোং কুজীডাঁহ অঞ্চলৰ, নিজৰ জীৱনৰ বিভিন্ন কৰ্ম্মৰাজিৰ জিলিঙনিৰে খ্যাতি অৰ্জ্জন কৰা কুজীডাঁহ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ প্ৰতিষ্ঠাপক অধ্যক্ষ, সমাজকৰ্ম্মী আৰু শঙ্কৰী কৃষ্টিৰ একান্ত সাধক প্ৰয়াত ৰামেশ্বৰ বৰাও নিঃসন্দেহে অন্যতম।

ইয়াত বিশেষকৈ প্ৰয়াত বৰা শৈশৱৰ পৰা কলেজীয়া ছাত্ৰ অৱস্থালৈ কেনেভাৱে প্ৰভাৱান্বিত হৈছিল সেই বিষয়ে উল্লেখ কৰা হৈছে। প্ৰয়াত ৰামেশ্বৰ বৰাৰ মাক ˚ লক্ষ্মণা বৰা। ˚লক্ষ্মণা বৰাৰ পিতৃ ˚ ভৈৰব বৰা। ধৰ্ম্মপ্ৰাণ লোক ˚ভৈৰৱ বৰাৰ পৰা পোৱা তথ্য অনুসৰি উপৰি পুৰুষৰ কিছু আভাস দিবলৈ প্ৰয়াস কৰা হৈছে।

নাৰায়ণ ঠাকুৰ আতাৰ লগত কালবৰ, কলিবৰ আৰু ২ জন সঙ্গীৰে সৈতে ভোটৰ মানুহে ধৰি লৈ যোৱাত দৈবক্ৰমে দৈৱকীনন্দন বৰুৱাৰ চেষ্টাত ভোটৰ মানুহক কিছু ৰূপৰ মোহৰ দি মোকোলাই আনে। এই কালবৰ আৰু কলিবৰৰ এজনে উজনি অসমত আন জনে নগাওঁ জিলাৰ আশে পাশে বসতি কৰিবলৈ লয়। কালবৰৰ পৰা কলিয়া আতা পাছলৈ নাৰদবাপ নামে এই অঞ্চলত পৰিচিত হয়। বৰ্তমান ৰাজেন বৰাৰ ঘৰৰ আগফালে থকা পথাৰ খনেই ধোপাবৰ সত্ৰৰ ভেটী আছিল। ধোপাবৰ সত্ৰৰ যোগেদি কলিয়া আতা বা নাৰদ বাপে শঙ্কৰী ধৰ্ম্ম চৰ্চ্চা অব্যাহত ৰাখিছিল। গোপাল আতাৰ ৰীতি-নীতিৰ একান্ত ভক্ত হিচাবে অনুৰক্ত আছিল। ধোপাবৰ সত্ৰৰ ৩০ নল মান দক্ষিণে ˚ নাৰদ বাপৰ বাসস্থান। এতিয়াও বাৰীৰ পাছফালে ধোপাবৰ সত্ৰলৈ যোৱা বাট বিদ্যমান। ˚নাৰদ বাপৰ পুতেক ২ জন । সতমল আৰু ৰুদ্ৰমল। সতমলৰ পুতেকৰ এটা ডাল হৈছে ˚ ভৈৰব বৰাৰ পৰিয়াল আনটো ˚ যাদব বৰাৰ পৰিয়াল। ৰুদ্ৰমলৰ ডালৰ ˚ সুবোধ ˚ প্ৰভাত আদি, তেওঁ লোকৰ নাতি-সন্ততি ক্ৰমে প্ৰফুল্ল, হেমেন্দ্ৰ, ভাইটি আদি।

ˇ ভৈৰব বৰা ( মোৰ বৰদেউতা ) শঙ্কৰদেৱৰ একশৰণ নাম ধৰ্ম্মত একান্ত ভক্ত আছিল। গুৰু ২ জনাৰ গীত-ৰাগ আদিৰ চৰ্চ্চা অব্যাহত ৰাখিছিল। গোপাল আতাৰ ধৰ্ম্মীয় ৰীতি-নীতিত গভীৰ বিশ্বাস আছিল। তেখেতৰ ঘৰলৈ মাজগাও আৰু বিভিন্ন ঠাইৰ পৰা লোক আহি গোপাল আতাৰ ধৰ্ম্মীয় ৰীতি-নীতি, গীত-ৰাগ আদিৰ বিষয়ে কৰা আলোচনা আজিও মনত পৰে। শুনিবলৈ পোৱা মতে তেখেতে সূত্ৰধাৰ অভিনয়ত পাৰদৰ্শিতা অৰ্জ্জন কৰিব পাৰিছিল। সংস্কৃতত বুৎপত্তি থকা বৰদেউতাৰ মুখত শ্লোকৰ পয়োভৰ দেখি তবধ মানিছিলো। কেতিয়াবা সংস্কৃত শ্লোকৰ উদ্ধৃতি দি আমাক অৰ্থ কৰ নোৱাৰিলে গালি পাৰিছিল।

ˇ ভৈৰব বৰাৰ জীয়েক ˇ লক্ষ্ণা বৰা। লক্ষ্ণা বৰাৰ ২ য় সন্তান প্ৰয়াত ৰামেশ্বৰবৰা। দেউতাকৰ সৰুতে মৃত্যু হোৱাত মোমায়েক ˇ বকুল বৰা আৰু ককাক ˇ ভৈৰব বৰাৰ যত্নতে ডাঙৰ দীঘল হয়। মনত আছে আমাৰ তেতিয়া ৬/৭ বছৰ মান হব। তেতিয়াৰ সৰুৱে ( প্ৰয়াত ৰামেশ্বৰ বৰাই) ককাক ˇ ভৈৰব বৰাক ভাত ৰান্ধি দিওতে ককাকৰ পৰা শঙ্কৰদেৱ, মাধৱদেৱ আৰু গোপাল আতাৰ গীতৰ ৰাগ- সুৰ আদি আয়ত্ব কৰিছিল। ককাকৰ মুখত অনৰ্গল সংস্কৃত শ্লোকৰ বাণী শুনি প্ৰয়াত বৰা ও সংস্কৃত চৰ্চ্চাৰ প্ৰতি ধাৱমান হৈছিল। কুজীডাঁহৰ যুৰীয়া নামঘৰত ৰাসমহোৎসৱত কেইবাবাৰো কৃষ্ণৰ ভাৱত অভিনয় কৰি দৰ্শকৰ প্ৰশংসা বুটলিবলৈ সক্ষম হৈছিল। ইয়াৰ উপৰিও শঙ্কৰী গীত মাত আৰু গোপাল আতাৰ গীত ৰাগ আদিত পৰিপক্ক আছিল।

অঙ্কীয়া নাটৰ প্ৰথম বাটকটীয়া অসমৰ প্ৰথম পদক্ষেপ "অঙ্কীয়া নাট অভিবৰ্ত্তন " (১৯৭৭) খনি সফল সামৰণিত ˇ ৰামেশ্বৰ বৰাৰ দক্ষ পৰিচালনাৰ পৰিচয় পোৱ যায়। সেই সময়ৱ অসমৰ প্ৰসিদ্ধ লেখক সকল ˇ গিৰিধৰ শৰ্ম্মা, ˇ সত্যেন্দ্ৰ শৰ্ম্মা, ˇ মহেশ্বৰ নেওগ, ˇ অতুলচন্দ্ৰ হাজৰিকা, ˇ যুগলদাস, ˇ কমল নাৰায়ণ চৌধুৰী আদি বিশিষ্ট ব্যক্তি সকলৰ আগমনে অঞ্চলটোৰ শোভাবৰ্দ্ধন কৰিছিল।

প্ৰয়াত ৰামেশ্বৰ বৰাই মোমায়েক ˇ বকুল বৰাৰ পৰা সমাজৰ কাম কৰাৰ অনুপ্ৰেৰণা পাইছিল। বৰ্তমান কুজীডাঁহ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ ডাঙৰ 'হল'টো অৱস্থিত হোৱা ঠাইত আগেয়ে "শ্ৰীমন্ত শঙ্কৰ চ'ৰা" আছিল। সেই ঘৰটো নিৰ্ম্মাণ কৰাত ˇ বকুল বৰা, ˇ জয় বৰা, ˇ হেম হাজৰিকা ˇ কেশৱ বৰা প্ৰমুখ্যে অঞ্চলৰ বয়োজ্যেষ্ঠ সকলৰ বৰঙণী উল্লেখনীয়। সেই সময়ৰ ˇ জয় বৰাৰ ঘৰতেই সামাজিক উন্নতিৰ পৰিকল্পনাৰ বিষয়ে পাতনি মেলা হৈছিল।

প্ৰয়াত ৰামেশ্বৰ বৰাই কুজীডাঁহ উচ্চতৰ মাধ্যমিক বিদ্যালয় খনি অসমৰ ভিতৰতে এখনি জাকত জিলিকা অনুষ্ঠান হিচাপে নিৰ্ম্মাণ কৰি নিজৰ প্ৰতিভা বিকাশ কৰি থৈ গৈছে। এবাৰ এসময়ৰ এজন ৰাজ্যিক শিক্ষামন্ত্ৰী চৈয়দ আহমদ ডাঙৰীয়াই বিদ্যালয়ৰ চাৰিওফালে ঘুৰি আহি মন্তব্য দিলে, "কলেজত ঘুৰা যেনহে অনুমান হৈছে"। এই বিদ্যালয়লৈ অসমৰ বিশিষ্ট শিক্ষাবিদ সকল, ৰাজনৈতিক নেতা সকলক আনি নিজৰ দক্ষতা প্ৰকাশ কৰিছিল। ইয়াৰ ওপৰিও হাতীচোং ছোৱালী হাইস্কুল, কুজীডাঁহ, জে.বি ছোৱালী হাইস্কুললৈ আগবঢ়োৱা অবদান উল্লেখনীয়। বিভিন্ন অনুষ্ঠান প্ৰতিষ্ঠানৰ বিভিন্ন দায়িত্বত থাকি নিজ কামৰ দায়িত্ব পৰিচালনা নিয়াৰীকৈ পালন কৰি থৈ গৈছে। হাতীচোং মহাবিদ্যালয়ৰ পৰিচালনাৰ দায়িত্ব সম্পূৰ্ণ কৰিবলৈ নাপাওতেই যোৱা আগষ্ট মাহত কৰ্ম্মময় জীৱন নাটৰ সামৰণি পৰিল। সকলো গুণেৰে ভূষিত এনে এজন লোকৰ মৃত্যুত অঞ্চলৰ এটি অপূৰণীয় ক্ষতি হ'ল।

বিদেহী আত্মাৰ চিৰশান্তি কামনা কৰি ভগবানৰ ওচৰত প্ৰাৰ্থনা জনালো।

***

# ঃ স্মৃতি কৰণিত ˚ ৰামেশ্বৰ বড়াদেৱ ঃ

অজন্তা ভূঞা বড়া

আহিছিলা তুমি ধৰালৈ
দুদিনৰ অতিথি হৈ,
গুচি গ'লা অজান দেশলৈ
আপোন যশস্যাৰ মহীয়ান হৈ।
অশ্রুসিক্ত নয়নেৰে যাচিছোঁ অঞ্জলি
লোৱা হে মহান মোৰ সশ্রদ্ধ প্ৰণতি।।

বিনামেঘে যেন বজ্রপাত পৰিল। পিতৃ বিয়োগৰ শোক নৌ মাৰ যাওঁতেই পুনৰ আমাক মৰ্মাহত কৰিলে কুজীডাঁহৰ গৌৰৱ ˚ ৰামেশ্বৰ বড়াদেৱ ( আমাৰ অতি আদৰৰ সৰু খুড়া ) ৰ মৃত্যুৱে। মৃত্যুৰ মাত্র ৪৫ দিন আগতে যিজন ব্যক্তিয়ে দেউতা ˚ খগেন্দ্রনাথ ভূঞা বড়াৰ মৃত্যুত শোকসভা পাতিছিল, শ্রাদ্ধ পত্তাৰপৰা আদি কৰি সকলো দিশতে আমাক অকুণ্ঠচিত্তে দিহা-পৰামৰ্শ আগবঢ়াইছিল, আনহে নালাগে দেউতাৰ মাহেকীয়া তিথি সকামতো আমাৰ সমাজ শুৱনি কৰিছিল সেইজন ব্যক্তিয়ে যে আমাক ইমান সোনকালে এৰি থৈ যাব সেই কথা আমাৰ সপোনৰো অগোচৰ আছিল।

সেইদিনা আছিল ৬ আগষ্ট, ১৯৯৫ চন। ৰাতিপুৱা চাৰে ছয় বজাৰ লগে লগে অবিশ্বাস্য যেনলগা সেই চিৰন্তন সত্যটো বনজুইৰদৰে বিয়পি পৰিল। কুজীডাঁহবাসী যেন পিতৃহাৰা হৈ পৰিল। শোকত ম্রিয়মান হৈ পৰা গাওঁবাসীয়ে প্রয়া ৬ ঘণ্টা সময় ধৰি অপেক্ষা কৰিলে তেওঁলোকৰ চেনেহৰ 'হেডমাষ্টৰ'ক ( গাওঁবাসী প্রায় সংখ্যকেই তেওঁক হেডমাষ্টৰ বুলিয়েই কৈছিল ) শেষ শ্রদ্ধা জনাবলৈ। ভৰ দুপৰীয়া প্রখৰ সূৰ্য্যৰ তাপকো আওকাণ কৰি সমগ্ৰ হাতীচোং অঞ্চলৰ বাইজে শোভাযাত্রাৰে তেওঁলৈ শেষ সন্মান যাচিলে।

˚ ৰামেশ্বৰ বড়া কেৱল এক আদৰ্শবান ব্যক্তিয়েই নহয় —তেওঁ আছিল এক অনুষ্ঠান। এইজনা গুণী ব্যক্তিৰ ব্যক্তিত্বৰ কথা কবলৈ আমাৰ যেন আজি ভাষাৰ অভাব। দুৰ্দমনীয় সাহস আৰু একান্ত কৰ্মনিষ্ঠাৰ অধিকাৰী এইজন ব্যক্তিয়ে অঞ্চলটোৰ কাৰণে কি কৰা নাছিল ? এইক্ষেত্রত আমি তেওঁক আধুনিক ভাৰতৰ পিতৃস্বৰূপ ৰাজা ৰামমোহন ৰায়ৰ সৈতে তুলনা কৰিব পাৰো। কুজীডাঁহ

তথা সমগ্ৰ অঞ্চলটোকেই সকলো ক্ষেত্ৰতে উন্নয়নৰ দিশত আগুৱাই নিয়াটোৱেই যেন খুড়াৰ জীৱনৰ ব্ৰত আছিল। হাতীচোং অঞ্চলৰ উপৰিও জিলাখনৰ প্ৰায়বোৰ শিক্ষামূলক, সমাজিক আৰু ধৰ্মীয় অনুষ্ঠানৰ লগতো খুড়া জড়িত আছিল.

কুজীডাঁহ উচ্চতৰ মাধ্যমিক বিদ্যালয়খন আছিল সৰুখুড়াৰ বুকুৰ আমঠু। নিজৰ ঘৰখনতকৈও তেওঁ সম্ভৱ স্কুলখনকেই বেছি ভাল পাইছিল। স্কুলত থকা কালত কোনোবা ছাত্ৰই যদি স্কুলৰ খিড়িকীৰ আইনা এখনো ভাঙিছিল তেখেতে লগে লগে সেই ছাত্ৰক শাস্তি বিহা আমি দেখিছিলোঁ। আনহাতে আকৌ অলপো পলম নকৰাকৈ এইবোৰ পুনৰ মেৰামতি কৰোৱাইছিল । অবসৰ গ্ৰহণৰ পৰৱৰ্ত্তী সময়ছোৱাতো স্কুলখনলৈ তেওঁ পাক এটা মৰাটো আমি প্ৰত্যক্ষ কৰিছিলো। স্কুলখনৰ দৰে তেওঁ হাতীচোং মহাবিদ্যালয়খনকো ( বৰ্ত্তমান ৰাজীব গান্ধী মহাবিদ্যালয়) গঢ় দিবলৈ আপ্ৰাণ চেষ্টা কৰিছিল। কিন্তু কালে তেওঁক সেইটো কৰিবলৈ নিদিলে। নিয়তিৰ কি নিষ্ঠুৰ পৰিহাস।

কুজীডাঁহৰ দৰে এখন ভিতৰুৱা ঠাইক এক জাকত-জিলিকা স্থানলৈ ৰূপান্তৰ কৰাত সৰুখুড়াৰ বৰঙণি আছিল অতুলনীয়। বিভিন্ন সময়ত আমাৰ বিদ্যালয়লৈ অহা বিভিন্নজন গুণী-মানী ব্যক্তিয়ে স্কুলখনৰ লগতে সৰুখুড়াকো ভূয়সী প্ৰশংসা কৰা আৰু অসমত খুব কমেইহে এনেকুৱা স্কুল আছে বুলি কোৱা আমি শুনিছিলো।

মৰমীয়াল অন্তৰৰ খুড়া প্ৰশাসনৰ দিশত আছিল বজ্ৰকঠোৰ। স্কুলৰ প্ৰশাসনৰ দিশত খুড়াই দক্ষতাৰ পৰিচয় দিছিল। স্কুল এখনৰ অধ্যক্ষ হ'বলৈ যিবোৰ গুণৰ প্ৰয়োজন সেই সকলোবোৰ গুণেই খুড়াৰ গাত আছিল।

১৯৭৭ চনত ৰাজ্যখনৰ ভিতৰতে সৰ্বপ্ৰথম অনুষ্ঠিত হোৱা কু জীডাঁহৰ অংকীয়া নাট অভিবৰ্ত্তনৰ সাধাৰণ সম্পাদক আছিল মোৰ দেউতা আৰু কাৰ্যকৰী সভাপতি আছিল সৰুখুড়া। এই অধিবেশনত তেওঁলোকে কৰা অসীম ত্যাগ আৰু কষ্টৰ ফলত শংকৰী সংস্কৃতিৰ প্ৰাণকেন্দ্ৰস্বৰূপ কুজীডাঁহৰ কথা অসমৰ বাইজে জানিবলৈ পালে। অৱশ্যে অপ্ৰিয় হলেও এই কথা স্বীকাৰ কৰিবই লাগিব যে কুজীডাঁহৰ সামাজিক নাইবা সাংস্কৃতিক দিশত বৰ্ত্তমান যি ধৰণে অবক্ষয় ঘটিছে তাক ৰোধ কৰিব নোৱাৰিলে কুজীডাঁহক অসমৰ ৰাইজে পাহৰি যাবলৈ বেছি দিন নালাগিব। কুজীডাঁহবাসীয়ে তেতিয়া দেউতা-খুড়াহঁতৰদৰে ব্যক্তিক অসন্মান কৰাহে হব। ইয়াৰদৰে দুৰ্ভাগ্যজনক কথা আৰু কিব থাকিব পাৰে বুলি আমি নাভাবোঁ।

কলা-সংস্কৃতিৰ সাধক খুড়াই ব্যস্ততাৰ মাজতো সময় উলিয়াই গীত-মাতৰ চৰ্চা কৰিছিল। তেওঁ বৰ শুৱলাকৈ বৰগীত গাব পাৰিছিল। তেওঁ প্ৰদৰ্শন কৰা সুন্দৰ কৃষ্ণ নৃত্য দেখাৰ সৌভাগ্য আমাৰ নঘটিলেও বয়োজ্যেষ্ঠসকলৰ মুখত সেইকথা শুনিবলৈ পাওঁ।

ৰাজ্যিক পুৰস্কাৰপ্ৰাপ্ত কৃতি শিক্ষক খুড়া আছিল এক বিৰল পাণ্ডিত্যৰ অধিকাৰী। তেওঁৰ স্মৃতিশক্তি আছিল বৰ প্ৰখৰ। স্কুলৰ সভা-সমিতিবোৰত তেওঁ সাৰুৱা বক্তৃতা দিছিল আৰু তাৰ মাজে মাজে সুন্দৰকৈ ফকৰা-যোজনা আৰু সংস্কৃতৰ শ্লোক মাতিছিল। এইবোৰে ছাত্ৰ-ছাত্ৰীৰ জীৱন গঢ়াত যথেষ্ট সহায় কৰিছিল।

খুড়াৰ কথা লিখিবলৈ লওঁতেই আজি মোৰ এটা ঘটনালৈ বৰকৈ মনত পৰিছে। সেইসময়ত খুড়াৰ সৰু জীয়ৰী মন্‌মী আৰু মই নগাঁৱত আছিলো। এদিন খুড়াই খবৰ লবলৈ গৈ আমাৰ Course ত Wordsworth ৰ 'Tintern Abbey' কবিতাটি আছে বুলি জানি এই শাৰীকেইটা আওঁৰাবলৈ ধৰিলে – " A motion and spirit, that impels / All thinking things, all objects of all thought/ And rolls through all things." তাৰ পাছতেই তেওঁ শংকৰদেৱৰ কীৰ্ত্তনৰ কেইফাঁকিমান পদ মাতি দুয়োজনৰে ভাবৰ যি তুলনামূলক বিশ্লেষণ দাঙি ধৰিলে সেই কথা আমাৰ মানস পটত সদায় জিলিকি থাকিব।

মাজে-সময়ে খুড়াৰ কথাৰ মাজত আমি Sense of humour ও পাইছিলো। সেইদিনা খুড়া-খুড়ী আমাৰ খবৰ লবলৈ গৈছিল। বহুসময়ৰ পিছতো খুড়ী যেতিয়া মন্‌মীৰ ওচৰৰপৰা আহিবলৈ ইচ্ছা কৰা নাছিল তেতিয়া খুড়াই কৈছিল — " ব'লা, সোনকালে যাওঁ, নহ'লে মুখক চাহন্তে লাগয় বেথা' । সেইকথা শুনি হাঁহিতে আমাৰ পেটৰ নাড়ী ডাল ডাল হৈছিল।

অতি সৰু কালৰপৰাই আমি খুড়াৰ সান্নিধ্য পাইছিলো। আমাৰ ঘৰৰ প্ৰতিটো বিপদসঙ্কুল মুহূৰ্ত্তে খুড়াৰ দিহা-পৰামৰ্শ আছিল আমাৰ বাবে আশীৰ্ব্বাদস্বৰূপ । খুড়াই মোৰ Autograph-ত লিখিছিল –" Happiness in life is not a gift of fortune; it is the fruit of labour." --এনেদৰে মাৰ মৃত্যুৰ পিছত খুড়াই আমাক জীয়াই থকাৰ প্ৰেৰণা যোগাইছিল। সেইবাবে খুড়াৰ ওচৰত আমি চিৰঋণী।

খুড়াৰদৰে বহুগুণসম্পন্ন ব্যক্তি এজনৰ কথা ইমান চমুতে শেষ কৰিব নোৱাৰি। ঠাইৰ অভাৱত আমি মাত্ৰ তেওঁৰ গুণসমূহক আংশিকভাৱেহে স্মৰণ

কৰিলোঁ। খুড়াৰ কৰ্মব্যক্তিৰ মাজেৰে তেখেতে আমাক দেখুৱাই গ'ল এক মহান আদর্শ। আজি অঞ্চলটোৰ বাহিৰে প্ৰতিটো ক্ষেত্ৰতে অনুভৱ কৰিছে সকলে খুড়াৰ দৰে ব্যক্তিৰ অনুপস্থিতিৰ কথা। আমি কেৱল খুড়াৰ শ্ৰাদ্ধ পাতিলেই নহ'ব। খুড়াৰ আত্মাই শান্তি পাব তেতিয়াহে যেতিয়া কুজীডাঁহৰ ডেকাশক্তিয়ে খুড়াৰ আদর্শৰে অনুপ্ৰাণিত হৈ তেওঁৰ আধৰুৱা কামবোৰ সম্পূৰ্ণ কৰি তুলিব।

খুড়াৰ আত্মাই চিৰশান্তি লাভ কৰক — এয়েই পৰমেশ্বৰৰ ওচৰত প্ৰাৰ্থনা।

***

# বিৰল ব্যক্তিত্বৰ

## এক স্থিত প্ৰজ্ঞ ব্যক্তিৰ প্ৰয়াণত

মিনু বৰা

কেতিয়াবা কেতিয়াবা মানুহৰ সান্নিধ্যলৈ এনে একোজন ব্যক্তি আহি পৰে যাৰ ব্যক্তিত্বই আমাৰ জীৱনত এক গভীৰ ৰেখাপাত কৰি থৈ যায়। এইজন বিৰল ব্যক্তিত্বৰ অধিকাৰী আছিল মোৰ ককাজনা ঁৰামেশ্বৰ বৰাদেৱ। নগাওঁ জিলাৰ হাতীচোং মৌজাৰ কুজীডাঁহ গাঁওত তেওঁ জন্ম গ্ৰহণ কৰিছিল ১৯৩১ চনত। প্ৰাক-স্বাধীনতা যুগৰ ভাৰত ত্যাগ আন্দোলনত জঁপিয়াই পৰা এইজনা সংগ্ৰামী নেতাৰ পৰলোক প্ৰাপ্তি ঘটে তিনিকুৰি চাৰিবছৰ বয়সত। স্বাধীনতাৰ পিচৰ কুজীডাঁহক নতুন ৰূপত সজাই তোলাৰ বাটকটীয়া আছিল মোৰ এই শ্ৰদ্ধাস্পদ দাদাজন। ঁদাদা আছিল এজন অক্লান্ত পৰিশ্ৰমীলোক। স্কুলৰ সামূহিক দায়িত্বত থকাৰ উপৰিও তেখেত শংকৰী কলা কৃষ্টিৰ লগত ওতঃপ্ৰোতভাৱে জড়িত আছিল। অঙ্কীয়ানাট সমূহত তেখেতে গুৰুত্বপূৰ্ণ চৰিত্ৰত অভিনয় কৰি হেজাৰ হেজাৰ দৰ্শকৰ প্ৰশংসা লাভ কৰিছিল। ইয়াৰ উপৰিও কুজীডাঁহ শঙ্কৰ চ'ৰাৰ সৌজন্যত ঁখগেন্দ্ৰনাথ বৰা ভুএগৰ লগ লাগি অসমৰ চুকে কোণে মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ আৰু শ্ৰীমন্ত মাধৱ দেৱৰ অঙ্কীয়া নাট সমূহ পৰিৱেশন কৰিছিল আৰু অসমীয়া ৰাইজৰ ভূয়সী প্ৰশংসা লাভ কৰিছিল। তেখেত আছিল স্থিতপ্ৰজ্ঞ ব্যক্তি। কোনো মূহুৰ্ততে তেখেত কেতিয়াও বিচলিত নহৈছিল। সকলো পৰিস্থিতিক তেখেতে সহজ ভাৱে হাঁহি মুখে লব পাৰিছিল। তেখেত পিন্ধনত যিমান নিকা আছিল তেখেতৰ অন্তৰও তেনেদৰে অত্যন্ত পবিত্ৰ আছিল।

• সিদিনা ৬ আগষ্টৰ ১৯৯৫ নিচেই পুৱাতে গুৱাহাটীৰ ডাউন টাউন চিকিৎসালয়ত অবিশ্বাস্যভাৱে হলেও তেখেতে শেষ নিশ্বাস পেলায়। কোনেও কল্পনা কৰা নাছিল এই মৃত্যু এনেদৰে হঠাতে বজ্ৰপাতৰ দৰে নামি আহিব। সিদিনা মৃতকৰ শ কুজীডাঁহ পোৱাৰ লগে লগে হিলদ'ল ভাঙি অহা জনসমুদ্ৰই প্ৰমাণ কৰিলে এই অসাধাৰণ ব্যক্তি জনৰ প্ৰতি থকা হেজাৰ-বিজাৰ ৰাইজৰ আন্তৰিক শ্ৰদ্ধা আৰু মৰম। তেখেতৰ মৃতদেহ লৈ সমগ্ৰ মৌজাত শোভাযাত্ৰা, বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানৰ মাল্যদান আদিয়ে প্ৰমাণ কৰে এই বিৰল প্ৰতিভাশালী ব্যক্তিজনক সমাজে অকালতে হেৰুৱাই যেন হাহকাৰ কৰি উঠিল। সমগ্ৰ ৰাইজে যেন তেওঁৰ বিয়োগত এক বিশাল শূন্যতা অনুভৱ কৰিলে। তেখেতৰ বিদেহী আত্মাৰ সদগতি কামনা কৰিলো

# মৰমৰ দেউতা ঁৰামেশ্বৰ বৰাৰ পবিত্ৰ স্মৃতিত

শ্যামলিমা খাউণ্ড
(মাতৃ)

মানুহ মৰণশীল। প্ৰত্যেক জনেই এদিন নহয় এদিন মৃত্যুক আকোৱালী লব লাগিব। মৃত্যুক কোনেও বাধা দিব নোৱাৰে। এই পৰম সত্যক সকলোৱে জানে বা স্বীকাৰ কৰে। পৃথিৱীত প্ৰত্যেক দিনেই বহুতৰ জন্ম আৰু বহুতৰ মৃত্যু হৈছে। এনেকৈয়ে সংসাৰ চলি আছে। কিন্তু সমাজত এনে কিছুমান মানুহ আছে যাৰ মৃত্যুৱে নিজৰ পৰিয়াল তথা সমাজৰ বহু ক্ষতি কৰে। এই ক্ষেত্ৰত মই মোৰ পূজ্য পিতৃ ঁৰামেশ্বৰ বৰাদেৱৰ কথাই উল্লেখ কৰিব পাৰো। দেউতাৰ মৃত্যুৰ কথা ভাবিলে সপোন যেন লাগে। দুচকু চকুৰ পানীৰে ভৰি পৰে। ইমান নিঃশব্দে দেউতাৰ জীৱনলৈ মৃত্যু নামি আহিছিল ভাবিলে আচৰিত লাগে। মোৰ এনে লাগে দেউতা যেন ক'ৰবালৈ গৈছে, আকৌ আহিব। দেউতাৰ আকস্মিক মৃত্যুক এতিয়াও মোৰ মনটোৱে সহজে মানি লব পৰা নাই। দেউতাৰ মৃত্যুত আমাৰ পৰিয়ালে হেৰুৱালে একমাত্ৰ ভৰষাৰ স্থল আৰু সমাজে হেৰুৱালে এজন অক্লান্ত সমাজ কৰ্ম্মী। আজি সেই জনা দেউতাৰ জীৱন সম্পৰ্কে দু-আষাৰ মান লিখিবলৈ পায় মই নিজকে ধন্য মানিছো।

শৈশৱত মই দেউতাক কেনেকৈ পাইছিলো বা দেউতাৰ ব্যক্তিত্ব এই সম্পৰ্কে মোৰ মনত নাই। কিন্তু কৈশোৰৰ পৰা দেউতাৰ মৃত্যুৰ আগলৈকে মই দেউতাক জানিছিলো। দেউতা আছিল বহু গুণেৰে সমৃদ্ধ এজন ব্যক্তি। মানবীয় যিবোৰ গুণ সেই সকলো গুণেই দেউতাৰ আছিল। ধৈৰ্য্য, সহনশীল, মিষ্টভাষী, বিনয়ী আৰু এটা উদাৰ বহল মনৰ গৰাকী আছিল। দেউতাৰ সংঘৰ্ষপূৰ্ণ অতীতৰ কথা মোৰ আইতা ঁলক্ষণা বৰাই প্ৰায়ে আমাৰ আগত কৈছিল। বহুত কষ্টৰ মাজেৰে ডাঙৰ হৈ দেউতাই সমাজত নিজকে প্ৰতিষ্ঠা কৰিছিল। অৱশ্যে ইয়াৰ মূলতে আইতা ঁলক্ষণা বৰা আৰু দেউতাৰ মোমায়েক ঁবুকুল বৰাৰ অবদান যথেষ্ট আছিল। নিজৰ অতীত সম্পৰ্কে দেউতাই প্ৰায়ে এনেদৰে কৈছিল " আমাৰ অতীতৰ দিন বোৰৰ কথা কলে তহঁতৰ সাধুকথা যেন লাগিব।" আইতাৰ ধৈৰ্য্য আৰু সহনশীলতাৰ কথা আমাৰ আগত প্ৰায়ে কৈছিল। আইতাৰ প্ৰতি গভীৰ শ্ৰদ্ধাৰ ভাব তেখেতৰ কথাৰ মাজতেই অনুভৱ কৰিছিলো।

ইমান বেছি সামাজিক তথা স্কুলৰ দায়িত্বত নিজকে নিমজ্জিত কৰি ৰাখিছিল যে আমি তেখেতৰ সান্নিধ্য তেনেকৈ লাভ কৰিব পৰা নাছিলো। আমাৰ পঢ়াশুনাৰ ক্ষেত্ৰত তেখেতে সকলো সুবিধা দিছিল যদিও নিজে চকু দিবলৈ অকনো আহৰিয়েই পোৱা নাছিল। কিন্তু পঢ়াশুনা ভালকৈ যে কৰিব লাগে এই কথা প্ৰায়ে সকিয়াই দিছিল। ইমান বেছি কামত নিজকে নিয়োজিত কৰিছিল যদিও তাৰ মাজতে তেখেতে আত্মীয় স্বজনৰ খা-খবৰ লোৱা, কাৰোবাৰ আনন্দৰ ভাগ লোৱা আৰু কাৰোবাৰ বিপদত মাত এষাৰ লগাবলৈ তেখেতে পাহৰা নাছিল। আমি যেতিয়া সৰু আছিলো প্ৰায়ে আমাৰ ঘৰত সমাজৰ আগশাৰীৰ মানুহৰ সমাগম ঘটিছিল। বিশেষকৈ স্কুলৰ মিটিং বা অন্যান্য ৰাজহুৱা মিটিং আদি হলে আলহীৰ ভাত আৰু চাহৰ ব্যৱস্থা আমাৰ ঘৰতে চলিছিল।

স্কুলখন আছিল দেউতাৰ সন্তানৰ দৰে। বি. এ. পাছ কৰি দেউতাই চকলাঘাট উচ্চ মাধ্যমিক স্কুলত শিক্ষকতা কৰিছিল। থিক সেইখিনি সময়তে কুজীডাঁহৰ ৰাইজৰ সহযোগিতাত বৰ্ত্তমানৰ কুজীডাঁহ উচ্চতৰ মাধ্যমিক বিদ্যালয়ে গঢ় লৈ উঠিছিল। দেউতাক স্থানীয় ৰাইজেই প্ৰধান শিক্ষক হিচাবে নিয়োগ কৰিছিল। মোৰ খুড়া সৰ্ব্বানন্দ বৰাই এই সম্পৰ্কে মোক এদিন কৈছিল যে তেখেতে যেতিয়া চকলাঘাটত শিক্ষকতা কৰিছিল তেতিয়া চাইকেল মাৰি স্কুলৰ পৰা আহোতে চালিৰ তলত দেউতাই লৰা-ছোৱালী পঢ়াই থকা প্ৰায়ে দেখা পাইছিল। খুড়াই এতিয়াও সেই দৃশ্যৰ কথা মনত পেলায়। নিজৰ সন্তানৰ দৰে স্কুল খনক তুলি তালি ডাঙৰ দীঘল কৰিছিল। সকলো ফালৰ পৰাই স্কুলখনে পূৰ্ণতা লাভ কৰিছিল। তেখেতৰ আশাশুধীয়া প্ৰচেষ্টা আৰু স্থানীয় ৰাইজৰ সহযোগিতাত স্কুলখনে উচ্চতৰ মাধ্যমিকলৈ উন্নীত হৈছিল। কোনো ক্ষেত্ৰতে স্কুলৰ কৰ্ম্মচাৰী বা ছাত্ৰ-ছাত্ৰীয়ে অভাৱ অনুভৱ নকৰিছিল। তেখেতৰ চেষ্টাতেই বিজ্ঞানাগাৰ প্ৰতিষ্ঠা হ'ল। তেখেতৰ চেষ্টাতেই বিজ্ঞান আৰু কলা শাখা দুয়োটাই আহিল। মোৰ এতিয়াও মনত পৰে স্কুলৰ কামৰ বাবে গুৱাহাটীলৈ যোৱা আৰু উভতি আহোতে কিতাপৰ বোজা অনাৰ দৃশ্য মই কেতিয়াও পাহৰিব নোৱাৰো। দিনৰ বেছিভাগ সময় তেখেতে স্কুলতে কটাইছিল। ৰাতিও প্ৰায় ৯ মান বজালৈকে স্কুলত কাম কৰিছিল।

দেউতাৰ স্বাস্থ্য সিমান ভাল নাছিল। বহু দিন ধৰি তেখেতে বহুমূত্ৰ ৰোগত ভুগিছিল। খোৱা-বোৱা ক্ষেত্ৰত অত্যন্ত সাৱধান আছিল। যিটো অপথ্য সেইটোৰ পৰা সদায় দূৰত আছিল। যদিও নিজৰ স্বাস্থ্য ভাল নাছিল তথাপিও

মনৰ জোৰ খুব আছিল। সেইবাবে হয়তো প্ৰায় ২৭ বছৰ জুৰি বহু মূত্ৰ ৰোগী হৈও সকলো কাম কাজ কৰি থাকিব পাৰিছিল।

কুজীডাঁহ তথা হাতীচোং অঞ্চলৰ প্ৰায়বোৰ সামাজিক অনুষ্ঠানৰ লগত তেখেত ওতঃপ্ৰোত ভাবে জড়িত আছিল। প্ৰত্যেকটো অনুষ্ঠানতেই দেউতাৰ অৱদান যথেষ্ট আছে। অনুষ্ঠান গঢ়াৰ ক্ষেত্ৰত তেখেত সদায় আগ্ৰহী আছিল। মুঠতে তেখেত নিজেই এটা অনুষ্ঠান আছিল।

শংকৰী কলাকৃষ্টিৰ একান্ত সাধক আছিল। এটা সুন্দৰ কণ্ঠৰ অধিকাৰী দেউতাই গোৱা "শুন শুন ৰে সুৰ বৈৰী প্ৰমাণা" বৰগীতৰ সুৰ মোৰ কাণত ভাহি থাকে। এজন সুদক্ষ ভাৱৰীয়া আছিল। মোৰ জন্মৰ আগে পাছে ৰাস মহোৎসৱত কৃষ্ণ ভাও লৈছিল। পিছলৈ তেখেতে অভিনয় কৰিব পৰা নাছিল যদিও প্ৰত্যেক উৎসৱতে তেখেতে আগভাগ লৈছিল। তেখেতৰ চেষ্টা আৰু স্থানীয় ৰাইজৰ সহযোগিতাত "অংকীয়া নাট অভিবৰ্ত্তন"ৰ নিছিনা এখন অভিবৰ্ত্তন কুজীডাঁহত অনুষ্ঠিত হৈছিল। ইয়াৰ উপৰিও ভবানীপুৰ গোপাল আতা থানৰ তেখেত মৃত্যু পৰ্য্যন্ত সম্পাদক আছিল আৰু দেউতাৰ কাৰ্য্যকালতে ভবানীপুৰত কীৰ্তন ঘৰ নিৰ্ম্মাণ হয়।

এনেকুৱা এজন কৰ্ম্মপ্ৰাণ মানুহে কিন্তু জীৱিত কালত বহুতো সমালোচনাৰ সন্মুখীন হৈছিল। প্ৰত্যেকটো কামতেই বহুতৰ কথা শুনিব লগীয়া হৈছিল। কি কাৰণে সমালোচনা কৰিছিল মোৰ কাৰণে সেই কথা এতিয়াও সাথৰ। মই যেতিয়া ডাঙৰ হৈ আহিছিলো এই কথাবোৰে আমাৰ মাজত প্ৰায়ে মতানৈক্যৰ সৃষ্টি কৰিছিল। মই আৰু মাই এই ক্ষেত্ৰত দেউতাৰ লগত প্ৰায়ে লাগিছিলো। আমি এইবোৰৰ পৰা প্ৰায়ে আতৰি আহিবলৈ কৈছিলো। কিন্তু দেউতাই কোনো পধ্যে মানি নলৈছিল। অথচ ইমান সমালোচনাৰ সন্মুখীন হৈও তেখেতে কোনোদিন কাৰো ওচৰত কৈফিয়ৎ বিচাৰি যোৱা নাছিল। কিন্তু এটা কথা ঠিক তেখেতে মনত বৰ আঘাত পাইছিল। কিন্তু সেই দুখৰ ভাগ কাকো নিদিছিল। মাথো নীৰৱে সহিছিল। দেউতাৰ এই সহনশীলতাই মোক অভিভূত কৰিছিল। তেখেতৰ আত্মবিশ্বাস আছিল যে প্ৰতিবাদী কণ্ঠই এদিন তেখেতৰ ওচৰত হাৰ মানিব। জীৱনৰ শেষৰ ফালে হোৱা কেইটামান ঘটনাই তেখেতক বৰ মনোকষ্ট দিছিল। যিবোৰ ঘটনাৰ লগত তেখেতৰ কোনো সম্পৰ্ক নাছিল অথচ তেখেতে বহুখিনি ভুগিব লগা হৈছিল। সেই সময় বোৰত আমি তেখেতৰ মনৰ দুখ বোৰৰ উমান পাইছিলো। তেখেত অত্যন্ত ভাগি পৰিছিল। কিন্তু

ভগৱানৰ প্ৰতি তেখেতৰ অটল বিশ্বাস আছিল যাৰ বাবে তেখেতে আসন্ন বিপদৰ পৰা ৰক্ষা পৰিছিল।

শেহতীয়াকৈ হাতত লোৱা হাতীচোং মহাবিদ্যালয় খনৰ সম্পাদকৰ দায়িত্ব লৈ তেখেতৰ হাতেৰেই গঢ় দিছিল যদিও তেখেতে ইয়াক পূৰ্ণাঙ্গ ৰূপ দিবলৈ নৌপাওঁতেই মৃত্যুৰ আহ্বান আহিল।

পাৰিবাৰিক জীৱনত তেখেত এজন সুখী মানুহ আছিল। আমি কেতিয়াও মা আৰু দেউতাৰ মাজত মত বিৰোধ হোৱা দেখা নাছিলো। দেউতাৰ প্ৰতিটো কামতে মাঁ ছাৰ দৰে আছিল। ঘৰুৱা কাম কাজ মায়ে নিয়াৰিকৈ চলোৱাৰ বাবে দেউতাই সামাজিক কামকাজ কৰিব পাৰিছিল। এখন বিদ্যালয়ৰ প্ৰধান হৈও মায়ে দেউতাৰ জীৱনৰ প্ৰতিটো কামতে অৰিহণা যোগাইছিল। দেউতা বৰ আশাবাদী আছিল। নিৰাশা নামৰ শব্দটো তেখেতৰ অপৰিচিত আছিল। আনৰ বেয়াতো তেখেতে একেবাৰে নেদেখিছিল। মৃত্যুৰ আগলৈকে তেখেতে কাম কৰি গ'ল। পিতৃ হিচাবে তেখেত এজন যোগ্য পিতৃ আছিল। আমাক মানে মই আৰু মোৰ ভন্তী মনমীক যথেষ্ট মৰম কৰিছিল। যি বিচাৰিছিলো সকলো দিছিল। কোনো ক্ষেত্ৰতে আমি অভাৱ পোৱা নাছিলো। মোৰ বিয়া তেখেতৰ জীৱিত অৱস্থাতেই থিক কৰিছিল। মোৰ স্বামী শ্ৰীদিব্যজ্যোতি খাউণ্ড তেখেতৰ অত্যন্ত মৰমৰ আছিল। উপযুক্ত পাত্ৰত নিজৰ ছোৱালীক গতাবলৈ পায় তেখেতে সন্তোষ লভিছিল। এনেকুৱা এজন মানুহৰ জীয়াৰী হৈ মই গৌৰৱ অনুভৱ কৰো। মই যেন জনমে জনমে তেখেতৰ সন্তান হৈ জন্ম লাভ কৰো। এতিয়াও মোৰ এনে লাগে অহৰ্নিশে যেন তেখেত আমাৰ ওচৰে পাজৰে ঘূৰি ফুৰিছে।

জীৱনত তেখেত বহু প্ৰাপ্যৰ পৰা বঞ্চিত হৈছিল যিবোৰ তেখেতে পোৱা উচিত আছিল। কিন্তু শেষ সময়ত তেখেতে তেখেতৰ প্ৰাপ্য লাভ কৰিলে। হয়তো ভগৱানেও তাকেই বিচাৰিছিল। মাত্ৰ চাৰিদিনৰ ভিতৰত সকলো শেষ হৈ গৈছিল। দেউতাৰ মৃত্যুত কুজীডাঁহ তথা হাতীচোঙৰ বাইজ স্তব্ধ হৈ গৈছিল। চৌদিশে শূণ্যতাই অবগাহন কৰিছিল। নিজৰ সন্তানৰ দৰে লালন পালন কৰা স্কুলখনে দেউতাৰ মৃতদেহ সাবটি লৈছিল। শেষ মূহুৰ্ত্তত পোৱা এই সন্মান সকলো সন্মানতকৈ শ্ৰেষ্ঠ । আজি দেউতা আমাৰ মাজত নাই সঁচা কিন্তু তেখেতৰ স্মৃতি মোৰ মনৰ প্ৰতিটো কোণতে সজীৱ হৈ আছে আৰু থাকিবও।

..........................

# স্বৰ্গীয় ৰামেশ্বৰ বৰাদেৱক মই যেনেদৰে জানিছিলো।

ৰূপজ্যোতি দুৱৰা
কুঃ উঃ মাঃ বিদ্যালয়।

১৯৮৫ চনৰ ২৬ চেপ্তেম্বৰৰ আবেলি, ধাৰাসাৰ বৰষুণৰ বতৰ। ঠিক ৪-৩০ মান বজাত হাতীচোং মৌজাৰ কুজীডাঁহ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ সম্মুখত বাচৰ পৰা নামি আচহুৱাভাৱে ইফালে সিফালে চাইছো। ওচৰতে বৈ থকা বৰ্তমান মোৰ সহকৰ্মী বিদ্যালয়ৰে শিক্ষক শ্ৰীমোহনচন্দ্ৰ হাজৰিকাই সুধিলে – "আপুনিয়েই বাৰু ৰূপজ্যোতি দুৱৰা নেকি?" হয় বুলি কোৱাৰ অকনমান পাছতে বিদ্যালয়ৰে একান্ত নিষ্ঠাবান কৰ্মী বৰ্তমান অৱসৰপ্ৰাপ্ত শ্ৰীগঙ্গাপ্ৰসাদ শৰ্ম্মাই ছাতি এটা লৈ অধ্যক্ষ মহোদয়ৰ কোঠালৈকে মোক লৈ গ'ল। অধ্যক্ষ মহোদয় ˚ৰামেশ্বৰ বৰাদেৱে "আহা" বুলি হাঁহি এটাৰে মোক সম্ভাষণ জনালে। লগে লগে শ্ৰীশৰ্ম্মাৰ লগত মোক তেখেতৰ ঘৰলৈকে পঠিয়াই দিলে। কিয়নো বৰাদেৱৰ লগত আমাৰ ঘৰুৱা আন্তৰিক সম্পৰ্ক আছিল। পিছদিনা ২৭ চেপ্তেম্বৰ তাৰিখে মই কুজীডাঁহ উঃ মাঃ বিদ্যালয়ত প্ৰাণীবিজ্ঞান বিভাগৰ বিষয় শিক্ষয়িত্ৰীৰূপে যোগদান কৰিলো। সেইদিনাই কুজীডাঁহত মোৰ কৰ্মজীৱন আৰম্ভ হ'ল, লগে লগে ˚বৰাদেৱক ঘৰুৱাভাৱে আৰু অনুষ্ঠানৰ মুৰব্বী হিচাবেও লগ পালো। কিয়নো, আমাৰ ঘৰুৱা সম্পৰ্কৰ খাতিৰত কিছুদিনৰ বাবে মই তেখেতৰ ঘৰতেই থকাৰ বন্দৱস্ত হ'ল। গতিকে, ব্যক্তিজনাৰ ব্যক্তিত্বক যথেষ্ট ওচৰৰ পৰা জনাৰ সুযোগ ঘটিল।

মোৰ দৃষ্টিত এক কথাত ˚বৰাদেৱ আছিল এজন-প্ৰকৃত "কৰ্ম্মযোগী"। পুৱাৰ পৰা গধুলিলৈকে তেখেতক ব্যস্ত থকাই দেখিছিলো। তেখেতৰ ব্যস্ততাৰ দিশটো বিশ্লেষণ কৰি চালে দেখা যায় কুঃ উঃ মাঃ বিদ্যালয়ৰ প্ৰতি আছিল তেখেতৰ অকপট মৰম। নিজৰ পৰিপাটী পোছাকযোৰৰ দৰেই বিদ্যালয়খনো পৰিপাটী সুন্দৰ কৰি ৰাখিছিল। বিদ্যালয়ৰ চৌহদত পৰি থকা ফটা কাগজ এখিলাকো তেখেতৰ পৰিপাটী মনটোৱে সহ্য কৰিব পৰা নাছিল। বিজ্ঞানাগাৰ ( বিদ্যালয়ৰ ) ভৱনৰ সম্মুখত নিজৰ বাৰীৰ পৰা আনি ৰোৱা বকুল কেইজোপাই এতিয়াও ˚বৰাদেৱৰ সৌন্দৰ্য্যবোধ আৰু সুৰুচিৰ স্বাক্ষৰ বহন কৰি আছে।

ৰামেশ্বৰ বৰাদেৱ আছিল মিষ্টভাষী। অনুষ্ঠানৰ মুৰব্বী হিচাবে তেখেতৰ অনুশাসনমূলক কথা-বতৰাৰ মাজতো কোনোদিন ৰুক্ষ বাক্য শুনা মনত নপৰে। টানকৈ কোৱা কথা এষাৰো হাঁহি মাৰিয়েই কৈছিল।

বৰাদেৱ এজন সংস্কৃতিবান পুৰুষো আছিল। শংকৰী কলা-কৃষ্টিৰ একান্ত সাধক খগেন ভূঞাদেৱ আৰু শ্ৰীকৃষ্ণৰ ভাও দি দৰ্শকৰ মন মুহিব পৰা ৰামেশ্বৰ বৰাদেৱ কুজীডাঁহৰ ৰাইজৰ মানসপটত সদায় জিলিকি থাকিব।

স্বৰ্গীয় বৰাদেৱ এজন সুদক্ষ প্ৰশাসকৰূপেও স্মৰণীয়। তেখেতৰ যোগ্যতাৰ প্ৰমাণ স্বৰূপে ৮০ চনত চৰকাৰে ৰাজ্যিক পুৰস্কাৰ আগবঢ়ায়। কুঃ উঃ মাঃ বিদ্যালয়ৰ উপৰিও কুজীডাঁহৰ বিভিন্ন সামাজিক অনুষ্ঠান-প্ৰতিষ্ঠানৰ লগত তেখেত জড়িত আছিল। বৰাদেৱৰ অসীম ধৈৰ্য্য, ঐকান্তিকতা, কৰ্মসাধনা উত্তৰপুৰুষৰ বাবে আদৰ্শস্বৰূপ। প্ৰয়াত ব্যক্তিজনাৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰি এই স্মৃতিচাৰণৰ সামৰণি মাৰিলো।



# বেবেজীয়া স্কুলত পঢ়া পাঁচটা বছৰৰ সোঁৱৰণ আৰু তাৰ পিছৰ চাৰিটা দশকত তাৰ বাস্তৱ মূল্যায়ন

ৰামেশ্বৰ বৰা, প্ৰাক্তন ছাত্ৰ
প্ৰাক্তন অধ্যক্ষ, কুজীডাঁহ উঃ মাঃ বিদ্যালয়

হাতীচোং নিম্ন প্ৰাইমেৰী স্কুলৰ পৰা ১৯৪০ চনত মোৰ সৈতে বৃত্তি পৰীক্ষা দিয়া সহপাঠী বন্ধু শ্ৰী লক্ষ্মীনন্দন বৰা, ˚ভোগৰাম দাস, ˚গোলাপ বৰা আদিয়ে বেবেজীয়া মাইনৰ স্কুলৰ ক্লাছ ‘থ্ৰী’ত নাম লগোৱাৰ পিছত হাতীচোং মজলীয়া স্কুলৰ ৪ৰ্থ মান শ্ৰেণীত পঢ়িব লগা হোৱাত মোৰ মনত বেজাৰৰ যি খলকনি উঠিছিল তাক সম্যক ভাবে উপলব্ধি কৰিছিল মোৰ বিধবা মাতৃয়ে, ডাঙৰ ককাইদেউ শ্ৰী পুষ্পেন্দ্ৰ বৰাই আৰু মোৰ চিৰ আৰাধ্য মোমাইদেউ ˚বকুল চন্দ্ৰ বৰাই। সেই সময়ত ইংৰাজী শিক্ষাৰ বাবে হাইস্কুলত পঢ়া এটা আনন্দৰ কথা আছিল।

সি যিকি নহওঁক পিছৰ বছৰত অৰ্থাৎ ১৯৪২ চনৰ স্বাধীনতা আন্দোলনৰ জুইকুৰা দপ্‌দপকৈ জ্বলাৰ আগতে মোক বেবেজীয়া হাইস্কুলত পঢ়োৱা প্ৰায় খাটাং হৈছিল। ৪ ৰ্থ শ্ৰেণীৰ পৰা ৫ ম শ্ৰেণীলৈ প্ৰথম হৈ প্ৰমোচন পোৱাত প্ৰধান শিক্ষক ˚তিলক চন্দ্ৰ মহন্ত প্ৰমুখ্যে হাতীচোং মজলীয়া স্কুলৰ শিক্ষকবৃন্দই মোক যাবলৈ বাধা দিয়া সত্ত্বেও মই প্ৰমাণ পত্ৰ লৈ বেবেজীয়া হাইস্কুলৰ ৪ৰ্থ মান শ্ৰেণীত ভৰ্ত্তি হ'লো। এই বিদ্যালয়তে মই পাঁচটা বছৰ অধ্যয়ন কৰি নৱম শ্ৰেণীলৈ উত্তীৰ্ণ হওঁতেই সেই বছৰতে বেবেজীয়া হাইস্কুল ৰাতি জুই জ্বলাই পুৰি পেলায়। গতিকে মই নগাওঁ চৰকাৰী বালক বিদ্যালয়ৰ নৱমমান শ্ৰেণীত ভৰ্ত্তি হওঁগে।

বেবেজীয়া মাইনৰ স্কুলৰ সেই পাঁচটা বছৰৰ কথা, সেই সময়ৰ শৈক্ষিক পৰিবেশ, আমাৰ শ্ৰদ্ধাৰ পাত্ৰ সেই সময়ৰ শিক্ষাগুৰু সকল যি সকলে আমাৰ উচ্চ শিক্ষাৰ বুনিয়াদ তৈয়াৰ কৰি দিছিল, তাৰ গণ্য মান্য ব্যক্তি সকল যাৰ সান্নিধ্যত আমি নিজকে পিছত শিক্ষাব্ৰতী, সমাজকৰ্মী হ'বলৈ প্ৰেৰণা লাভ কৰিছিলো আজি পাঁচটা দশকৰ পিছত সেই সকলক শ্ৰদ্ধাৰে সোঁৱৰণ কৰিছো।

ছাত্ৰ জীৱনৰ কঠিয়াতলী সেই সময়ৰ বেৰেজীয়া হাইস্কুলৰ কথা সোঁৱৰণ কৰাৰ লগে লগে মনত পৰে সেই সময়ৰ বৰ্তমানৰ খাঁহী কুকুৰাবাহী পথটো, তাৰ দাঁতিত থকা চমুবাগাঁৱৰ বাবাজীৰ দোকানৰ কল, কুকুৰাবাহী ভেকদানৰ দোকানৰ লিলি বিস্কুট, কুলৈ গঞাঁ ভিনিহিৰ দোকানৰ ভীমকল, বেৰেজীয়া হাইস্কুলৰ কাষত থকা ˚পৰশু বৰাৰ দোকানৰ কেকুৰীয়া বিস্কুটেৰে চাহ খোৱা কথাবোৰ চকুৰ আগত ভাঁহি উঠে। কুজীডাঁহৰ পৰা যোৱা মোৰ সহপাঠী কেইজন হ'ল — শ্ৰী লক্ষ্মীনন্দন বৰা, শ্ৰী বীৰেন মহন্ত, ˚ভোগৰাম দাস, ˚শৰৎ বৰা, ˚গোলাপ বৰা আদি। বাটত কুকুৰাবাহীত লগ হোৱা সকল হৈছে শ্ৰীগণেশ বৰা, শ্ৰীৰোহিত বেজবৰুৱা, শ্ৰীমহেশ্বৰ বৰা, আদি। আমি সকলোটি লগ হৈ দল বান্ধি স্কুললৈ গৈছিলো। সেই সময়ৰ এই পথটো বাৰিষা হলে বোকা পানীৰে ভৰি থাকে। আনকি এবাৰ বানপানী হোৱাত আমি কুকুৰাবাহীৰ পৰা বেৰেজীয়ালৈ তিয়নি পিন্ধি পিঠিত কাপোৰ কানি, কিতাপ বহী লৈয়ো কেইবাদিনো যাব লগা হৈছিল। বেৰেজীয়াতোআমাৰ লগত ফুৰা সহপাঠী শ্ৰী গিৰিশ চন্দ্ৰ বৰা আৰু শ্ৰী যোগেন শইকীয়া আছিল। সেই সময়ত আমি আমাতকৈ ওপৰ শ্ৰেণীত পঢ়া সকলক সন্মান কৰিছিলো। সেয়েহে তেওঁলোকৰ লগত মুকলি ভাৱে ফুৰা চকা কৰা নাছিলো।

সেই সময়ত বেৰেজীয়া মাইনৰ স্কুলৰ প্ৰধান শিক্ষক আছিল কামপুৰৰ ˚ভদ্ৰ কান্ত বৰা। যেনে প্ৰধান শিক্ষক তেনে সহকাৰী সকল। ˚অমৰ সিংহ ৰজাই আমাক ইংৰাজী, ˚মনকালী ভাগৱতীদেৱে অঙ্ক আৰু অসমীয়া, ˚হৰকান্ত শৰ্ম্মাই বুৰঞ্জী, ˚তগৰ শৰ্ম্মাই ইংৰাজী, শ্ৰী হেমকান্ত কলিতাই বিজ্ঞান পঢ়াইছিল। সেইসময়ৰ শিক্ষকসকল নিষ্ঠাবান আৰু চৰিত্ৰবান আছিল। তেখেতসকলৰ বেলিকা — "পঢ়াই পঢ়ে ৰোৱে পান এই তিনিয়ে নিচিন্তে আন" এই অসমীয়া প্ৰবচনটি আখৰে আখৰে সঁচা আছিল।

প্ৰধান শিক্ষকে আমাক ইংৰাজীতে কথা বতৰা পতা ক্লাচ (Conversation) লৈছিল। তেখেতে ইংৰাজীতে নানা ধৰণৰ সাধাৰণ জ্ঞানৰ কথাও সুধিছিল। ইংৰাজী সাধু The crow and the fox, The crow and the pitcher, The hare and the Tortoise, আদি গল্প বিলাক সৰল ইংৰাজীতে কৈছিল আৰু কৈ উঠাৰ লগে লগে আমাক কবলৈ দিছিল। আমিও লগে লগে কোনো খোকোজা নলগাকৈ কব পাৰিছিলো। তেখেতৰ এই গুণবিলাকে মোৰ চাকৰি জীৱনত বাৰুকৈয়ে ৰেখাপাত কৰিছিল।

বেবেজীয়া স্কুলখনি আমাৰ কুজীডাঁহৰ পৰা তিনিমাইল দূৰত্ত অৱস্থিত। সেই সময়ত আমাৰ গাৱঁৰ পৰা প্ৰায় ২০ - ২৫ জন ছাত্ৰই বেবেজীয়াত পঢ়িছিল। বতৰৰ প্ৰতিকূল অৱস্থাৰ সন্মুখীন হৈ নানা দুখ কষ্ট পাইছিলো যদিও আমি সেইবিলাক একেবাৰে অনুভৱ কৰা নাছিলো। যাওঁতে প্ৰায়েই চমুৱা গাৱঁৰ ˚ অমৰ সিংহ ৰজাআৰু কুৰুৱাহীৰ ˚ মনকালী ভাগৱতীক লগ পাইছিলো আৰু তেখেতসকলৰ পিছে পিছে আমিও খোজ লৈছিলো। তেখেত দুয়োজনেই কৃতী শিক্ষক আছিল। তেখেতসকলৰ পাঠদান একেবাৰে নিখুত আছিল।

বেবেজীয়া হাইস্কুলত পঢ়ি থকা অৱস্থাত আমিও স্বাধীনতা আন্দোলনত জপিয়াই পৰিছিলো। আমি স্কুল এৰি স্বেচ্ছাসেৱক হৈ স্বাধীনতা আন্দোলনৰ "বিশ্ব বিজয় নব জোৱান" "আগুৱা বীৰেন্দ্ৰ দল আগুৱা আগুৱা" আদি জয় গান গাই ৰাইজক উত্তেজিত কৰিছিলো। আমাতকৈ ডাঙৰ চামে দলং ভঙা, ৰেল লাইন উঠোৱা কামত লাগি গৈছিল। তেনে সময়তে কোনোবা দুৰ্বৃত্তই ৰাতি মনে মনে স্কুল ঘৰত অগ্নি সংযোগ কৰে। ফলত পিছত আমি অস্থায়ী চালি ঘৰত বাঁহৰ চাঙত বহি পঢ়িব লগা হৈছিল।

বেবেজীয়া হাইস্কুলৰ প্ৰথম প্ৰধান শিক্ষক নগাওঁ আমোলাপট্টিৰ শ্ৰী ভূমিদেব গোস্বামী আছিল। তেখেত সংস্কৃত সাহিত্যৰ অগাধ পণ্ডিত আছিল। আমি অৱশ্যে তেখেতৰ তলত পঢ়িবলৈ নেপালো। অমাক জামুগুৰিৰ ˚ পোৱাল চন্দ্ৰ গোস্বামীদেৱে সংস্কৃত পঢ়ুৱাইছিল। তেখেতৰ পাঠদান কাৰ্য্য নিখুত আছিল। তেখেত প্ৰকৃততেই এজন কৃতী শিক্ষক আছিল। আমি হাইস্কুলত আৰু কেইবাজনো শিক্ষকক পাইছিলো। তাৰ ভিতৰত শ্ৰী প্ৰবোধ চন্দ্ৰ কটকী, কাছমাৰীৰ ˚ জুৰসিং ডেকা, অফলিয়াবৰিৰ ˚ চিদানন্দ মহন্ত, জাজৰিৰ শ্ৰী গণেশ চন্দ্ৰ শৰ্ম্মা আদি আছিল। তেখেত সকলৰো পাঠদান কাৰ্য্য খুবেই ভাল আছিল। শ্ৰী ভূমিদেব গোস্বামীৰ পিছত আমি অন্য দুজন প্ৰধান শিক্ষকক লগ পাইছিলো। তেখেতসকল হ'ল অসমৰ খ্যাতনামা শিল্পী কৃতী শিক্ষক স্বৰ্গীয় ইন্দ্ৰেশ্বৰ বৰঠাকুৰ আৰু শ্ৰীলক্ষী গোস্বামী। ˚ বৰঠাকুৰ চাৰ প্ৰশাসনত সিদ্ধহস্ত আছিল। তেখেত প্ৰধান হৈ থকা সময়ত ঘটা এটা ঘটনা আজিও মোৰ মনত আছে। মই তেতিয়া ৭ ম মানৰ ছাত্ৰ আছিলো। সেইদিনা ভূগোলৰ পিৰিয়ডত শিক্ষক অহা পলম হৈছিল। কেপ্তেইনে ভাৰতবৰ্ষৰ এখন মেপ আনি ব'ৰ্ডত আঁৰি থৈছিল। সহপাঠী গিৰিশ আৰু গোলাপে অলপ দুষ্টালি কৰি মোক খেদি ফুৰোতে বৰঠাকুৰ চাৰ আহি পালেহি। তেওলোক ইতমিধ্যে নিজৰ ঠাইত বহিল

আৰু মই হতভম্বাক হৈ থিয় দি ৰ'লো। চাৰে মোক হঠাতে বেতাবলৈ মনস্থ কৰি গঙ্গা নদীৰ উপনদী কেইখন দেখুৱাবলৈ দিলে। ময়ো এক মিনিটৰ ভিতৰত দেখুৱাবলৈ সক্ষম হলো আৰু সেই দিনাৰ পৰা তেখেতৰ দৃষ্টিত মই ভাল ল'ৰা হৈ ৰ'লো। কিন্তু সেইদিনাৰ তেখেতৰ সেই ৰুদ্ৰমূৰ্ত্তি আজিও মোৰ চকুৰ আগত ভাঁহি আছে। এইজনা বিচক্ষণ শিক্ষাবিদ সুদক্ষ প্ৰশাসকৰ বহুকথা মোৰ ৩৫ বছৰীয়া প্ৰধানৰ জীৱনত অনুশীলন কৰিবলৈ সমৰ্থ হৈছিলো, সেয়েহে আজি সোনালী জয়ন্তী উপলক্ষে এইজন সিংহপুৰুষক শ্ৰদ্ধাৰে সোঁৱৰণ কৰিছো। সেই সময়ৰ এই বিদ্যালয়ত জড়িত কেইজনমান লোকৰ নাম এইখিনিতে উল্লেখ নকৰি নোৱাৰিলো। তেখেত সকলৰ এজন হ'ল সেই সময়ৰ কাছমাৰীৰ মৌজাদাৰ আমাৰ ককাদেউতা ৺ভোগেশ্বৰ হাজৰিকা। তেখেতৰ বিৰাট বেবেজীয়াৰ ঘৰখন সকলো ধৰণৰ উন্নয়নমূলক আলোচনাৰ প্ৰাণকেন্দ্ৰ আছিল। অন্যহাতে থাৰ্ড মাষ্টৰ ৺হৰকান্ত শৰ্মা চাৰৰ ঘৰখনো এনে ধৰণৰ আলোচনাৰ কেন্দ্ৰ আছিল. তেখেতৰ ককায়েক ৺হেম শৰ্ম্মা, ৺আদৰচন্দ্ৰ বৰা আদি লোক সকলেও এনে আলোচনাত সক্ৰিয় অংশ গ্ৰহণ কৰিছিল।

এইটো অনস্বীকাৰ্য্য যে বেবেজীয়া হাইস্কুল খন ৺পণ্ডিত কনক শৰ্মাৰ অক্লান্ত পৰিশ্ৰমৰ ফলশ্ৰুতি। তেখেতে অসমৰ বিভিন্ন ঠাইৰ পৰা দান বৰঙণি সংগ্ৰহ কৰি আনকি নিজে লিখা কিতাপ বিক্ৰী কৰি পোৱা পইচাৰেও বেবেজীয়া হাইস্কুল পুনৰ নিৰ্ম্মাণ কাৰ্য্যত লগাইছিল। এই কথা সকলো সমাজ সচেতন মানুহৰেই বিদিত। সেই বয়সতে মই এই ব্যক্তি গৰাকীৰ ব্যক্তিত্বৰ সান্নিধ্যলৈ অহাৰ বাবে পাছত এই গুণৰাজিৰ অনুধাৱন কৰিবলৈ চেষ্টা কৰিছিলো, ভাবিছিলো কুজীডাঁহৰ পৰা অহা ছাত্ৰ সকলৰ পৰিশ্ৰম লাঘৱ কৰিবলৈ মোৰ নিজ গাঁৱত এখন বিদ্যালয় স্থাপন কৰিব লাগিব। সেয়েহে তাৰ ফলশ্ৰুতি হিচাবে বৰ্তমানৰ কুজীডাঁহ উচ্চতৰ মাধ্যমিক বিদ্যালয়খন প্ৰতিস্থা হ'ল। সেই অনুপ্ৰেৰণাৰে অনুপ্ৰাণিত হৈ বৰ্তমানো হাতীচোং মহাবিদ্যালয়খনৰ কামত সক্ৰিয়ভাবে লাগি থাকিব পাৰিছো।

বৰ্তমান সময়ত সমাজৰ মানুহবিলাক খুউব ব্যক্তিকেন্দ্ৰিক হৈ পৰিছে। সমাজক নেতৃত্ব দিব পৰা মানুহ থাকিলেও আত্মসন্মানলৈ লক্ষ্য কৰি মনে মনে থকা হৈছে। সমাজ আৰু শিক্ষা সংস্কৃতিৰ উন্নতি যে দেশৰ উন্নতি সেই কথা জানিও নজনা হৈ পৰিছে। অসমীয়া জাতিৰ অস্তিত্ব সেয়ে বিপদাপন্ন হৈ পৰিছে। সেয়ে আজি পণ্ডিত কনক চন্দ্ৰ শৰ্মা আদি লোক সকলৰ প্ৰাসঙ্গিকতাৰ

প্ৰয়োজন অপৰিহাৰ্য্য হৈ পৰিছে। "Man lives in deeds and not in years" এই বাণী চিৰসত্য। বেৰেঙ্গীয়া পণ্ডিত কনক শৰ্মা উচ্চতৰ মাধ্যমিক বিদ্যালয়ে চিৰদিন এই স্বাক্ষৰ বহন কৰি থাকিব।



---

( বেৰেঙ্গীয়া পণ্ডিত কনক চন্দ্ৰ শৰ্মা উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ ১৯৯৪ চনত হোৱা শতবাৰ্ষিকী উপলক্ষে প্ৰকাশিত স্মৰণিকাত ' বৰাদেৱে নিজে লিখা এই নিবন্ধটি লেখকৰ সাহিত্যানুৰাগী মনৰ চিন স্বৰূপে ইয়াত পুনৰ প্ৰকাশ কৰা হ'ল। )

# মাজু ককাইদেউ ৰামেশ্বৰ বৰাৰ মৃত্যুত ভাতৃৰ কেইটোপালমান চকুলো * * * *

সৰ্ব্বানন্দ বৰা

ক'তনো পাইছিলা তুমি ধুমুহাৰ অজেয় শক্তি
দুৰ্জ্জেয় অপ্ৰতিৰোধ্য বাধাৰ প্ৰাচীৰ ভাঙি
এটা সুদীৰ্ঘ জীৱন জুৰিও কৰিব নোৱাৰা বহুতো অসাধ্য
সাধন কৰি
ধুমুহা পাৰ হৈ নৌযাওঁতেই ধুমুহাৰ গতিৰেই গুছি গ'লা
অকালতে সকলোকে অবাক কৰি
কিমান যে কৰিম বুলি ভবা কামবোৰ আধৰুৱা হৈ ৰৈ গ'ল।
* * * * * * * * * * * *

কোনেনো তোমাক হিয়া উজাৰি আজলিয়ে আজলিয়ে আশীৰ্ব্বাদ
দিছিল
নিজৰ বিধবা মাতৃয়ে নে অগণন মাতৃয়ে যাৰ বাবেই সম্ভৱ হৈছিল
তোমাৰ অবিৰত প্ৰচেষ্টাত কৃষ্টি, সংস্কৃতি, শিক্ষা আৰু সমাজ সেৱাৰ
জহি খহি উৰলি যাবলৈ ধৰা সাকোঁৰ পুনৰ নিৰ্ম্মাণ
ওৰেটো জীৱনেই উৎসৰ্গিত কৰিলা জ্ঞানৰ বন্তি জ্বলাই
অন্ধকাৰাচ্ছন্ন পথ আলোকিত কৰাত,
কৃষ্টিৰ কঠিয়া সিঁচি, সংস্কৃতিৰ দেউল প্ৰজ্বলিত কৰি
দেখুৱাই গ'লা সমন্বয়ৰ সোণালী দিগন্ত।
* * * * * * * * * * * *

মই বহুতো মৃত্যু দেখিছো নিচেই কাষৰ পৰা
কিন্তু জীৱনক মহীয়ান কৰা মৃত্যুক মাত্ৰ এইবাৰেই প্ৰত্যক্ষ কৰিলো
অতি ওচৰৰ পৰা
আঃ মৃত্যু যে কিমান নিৰ্ম্মম, কিমান কৰুণ, কিমান হৃদয় বিদাৰক !
* * * * * * * * * * * *



শ্বহীদ, বেদীৰ পৰা উৰি গৈ তোমাৰ সমাধিত পৰা এপাহি ফুলৰ
নাইবা তোমাৰ সমাধিৰ পৰা উৰি গৈ শ্বহীদ বেদীত পৰা এপাহি ফুলৰ
পৃথিৱীত কিমান জনৰ মৃত্যুৰ পিচতো হয় এনে মহামিলন
কি যে তুলনাবিহীন এই সন্ধি জীৱন মৰণৰ।

* * * * * * * * * * * *

কেতিয়াবা কেতিয়াবা শোক বিহ্বল মুহূৰ্ত্তত আবেগৰ উচ্ছাসত ভাবো
ভগবানক লগ পালে সুধিলোঁহেতেন
সমাজৰ অতি প্ৰয়োজনীয় জনক এনেকৈ হঠাতে অতি নিষ্ঠুৰ ভাবে
কিয় লৈ যায় ?
মই জানো, ভগবানক সেই প্ৰশ্ন সোধাৰ অধিকাৰ মোৰ নাই।
শান্ত্বনা কেৱল ভগবানৰ চৰণ পঙ্কজ।
প্ৰাৰ্থনা, ভগবানে যেন আত্মাক চিৰশান্তি প্ৰদান কৰক।

* * * * * * * * * *

পিতৃৰ ভেটি এৰি গুছি আহিলো মহানগৰীলৈ,
কি যে অস্তিত্বহীন, জীৱন যাপনৰ দুঃসহ বেদনা
খ্যাত অখ্যাত অগণন জনতাৰ মাজত বিলীন হৈ যোৱাৰ নিকৰুণ যন্ত্ৰণা।
তুমি কিন্তু পিতৃৰ ভেটিৰ চৌদিশে এক সুবিশাল বিস্তীৰ্ণ
অঞ্চলত জাতিষ্মাৰ হৈ ৰ'লা।
তোমাৰ পদধ্বনি জুৰীয়া নামঘৰত, তোমাৰ অশৰীৰি দেহৰ ছাঁ
শঙ্কৰ চ'ৰাত,
তোমাৰ অবিনাশী আত্মা মানস পুত্ৰ বিদ্যামন্দিৰৰ চৌপাশে
তোমাৰ অন্তহীন অস্তিত্ব প্ৰেৰণা হৈ প্ৰবাহিত হ'ব
অনন্ত কাল নতুন প্ৰজন্মৰ অন্তৰে অন্তৰে
সাক্ষী হৈ ৰ'ব তোমাৰ অনবদ্য অবদানবোৰ
হাতীচোঙৰ পৰা ভবানীপুৰলৈ,
অসমী আইৰ ইমুৰৰ পৰা সিমুৰৰ শিক্ষক সমাজত
সমাদৃত এক মৃত্যুহীন জীৱন।

# প্ৰত্যাশা

— অশোক বৰঠাকুৰ

পাৰা যদি জ্বলাবা
জ্বলাবা এগছ চাকি দুবৰি ডৰাত
পোহৰত যাৰ দেখিম তোমাক
আৰু তোমাৰেই চোতালত
নিজহাতে ৰুই অহা
ফুলনি খনিৰ পাম শেৱালি সুবাস
পাৰা যদি গাবা
মই গোৱা সেই গীত
সৰু সৰু মানুহৰ
অন্তৰ্দাহী বেদনাৰ গীত
শুনিম ইয়াতে, শুনি শুনি লীন হৈ যাম
তোমাৰেই চেনেহী কোলাত
পাৰা যদি চাবা
মোৰ দুচকুৰ সেই দুটোপাল দুচকুলোৰ
ভালপোৱা প্ৰশান্ত গভীৰ,
ভালপোৱা মোৰ এই ভালপোৱা
সেইয়া তুমি মোৰ ভালপোৱা গাওঁ
তুমি মোৰ ভালপোৱা হোজা চহা খাটি খোৱা
তুমি মোৰ ভালপোৱা গাঁৱৰ মানুহ । *



---

* কবিতাটি পূৰ্ব্বতে 'স্মৰণিকা'ত প্ৰকাশিত

-প্ৰকাশিকা-

## ... তোমাৰ ৰতোৱালি পোহৰত ...

( শ্ৰদ্ধেয় ৰামেশ্বৰ বৰাৰ ১ম মৃত্যু বাৰ্ষিকীত উৎসৰ্গিত )

ত্ৰৈলোক্য ভট্টাচাৰ্য্য
ব্ৰাহ্মণ গাওঁ

শাওনৰ সেই অসহায় দুপৰীয়াটো
উবুৰি খাই পৰিছিল
মানুহবোৰৰ মূৰৰ ওপৰত।
থৰ লাগি চাইছিল
ইজনে সিজনৰ মুখলৈ।
জনশূণ্য পাদপথ ভৰি পৰিল
গুণমুগ্ধৰ গুণগুণনিৰে।
কিয় এনে হ'ল ............ ।
যাৰৰ নৌহওঁতেই গুচি গ'লা
উভতি নহাৰ বাটেৰে ........... ।

জীৱনৰ প্ৰভাততে পিতৃহীন হৈ
বুজিছিলা তুমি
অনাথ শিশু আৰু নিঃকিন পিতৃৰ
সন্তানৰ ভবিষ্যত।
জ্বলাই তুলিছিলা জ্ঞানৰ বন্তি
সিহঁতৰ পিৰালি কাষত।
কুৰ্জীডাঁহ উচ্চতৰ মাধ্যমিক বিদ্যালয়।

ওৰেটো জীৱন
বিৰামহীন ভাৱে কৰি গ'লা
মানুহৰ সেৱা।
তুমি শুনিছিলা,
উৰ্বৰা উদং পথাৰৰ পলস খচকি
সেউজীয় বৃক্ষৰ ফলৰ সন্ধানত
বিফল হোৱা যুৱকৰ হুমুনিয়াহ।
আলফুলে উৰ্বৰা পথাৰৰ বুকুত ৰোপন কৰিছিলা জ্ঞান বৃক্ষৰ বীজ

হাতীচোং মহাবিদ্যালয়

কঠোৰ বাস্তৱৰ অবাঞ্চিত সংঘৰ্ষত
বহুবাৰ ক্ষত-বিক্ষত হৈছিল
তোমাৰ কোমল হৃদয়।
শুভ্ৰ কামিজৰ বুটাম খুলি
তুমিতো কাহানিও নেদেখুৱালা
হৃদয়ৰ নীলাখিনি ।
তোমাৰ মুখৰ ৰেখাত
কোনোদিনে পৰা নাই
ক্লান্তি অথবা বিষাদৰ খবৰ।
প্ৰেৰণাদায়ক ঈষৎ হাঁহিৰে
দি গ'লা মাথো
প্ৰাপ্তিৰ সংবাদ।

তুমি নিজহাতে ৰুই থৈ যোৱা
পদুলিৰ বকুল জোপাত
এতিয়া
প্ৰতিনিয়ত তলভৰা বিষাদ।
এতিয়াও সেই জনাকীৰ্ণ কুঞ্জীডাঁহ বিদ্যালয়ত
ভবি দিলেই ;
বতাহৰ বোকোচাত ভাঁহি আহে
তোমাৰ সুৰদি কণ্ঠস্বৰ
ত্ৰৈলোক্য ! ভালে আছা ? ..................



# ❖ অনুনয় সোঁৱৰণ ❖

( প্ৰয়াত শিক্ষা গুৰু ৰামেশ্বৰ বৰাদেৱৰ পবিত্ৰ স্মৃতিত )

প্ৰশান্ত কুমাৰ বৰা

দোকমোকালিতে দুপৰটোক সজায়
তুমি গুছি গ'লা অকলে-অকলে
নিৰ্জ্জন নদীৰ বুকুত বুৰ যোৱা বেলিৰ বাটে।
সাৰে থকা পৃথিবীৰ সোঁ শিতানত
এৰি গ'লা আলফুলে——, জালিকটা জোনাকৰ ছাঁত
তোমাৰ হাতৰ জ্বলা চাকি গছ,
সেইয়ে গাঢ় আন্ধাৰত বাট কাটি অহা
আঁকা আছে য'ত ......... প্ৰতিদানৰ ৰূপালী পৰ্দ্দাত
—— গধূলিৰ পদূলি, অৰণ্যক আন্ধাৰ নাশি
আলোকিত কৰা ৰ'দ ঘাই জীৱনৰ প্ৰতিটো পুৰা।
অদ্যাপি জ্বলা চাকিৰ জুই শিখাত
অজ্ঞাতে খোল খায়
অনুনয় সোঁৱৰণৰ শোকাৰ্ত্ত কোঠাৰ
বিনীত কপাট।
আমি জুমি চাওঁ স্থিৰনেত্ৰে সজ্জনৰ সতে
সমবেত সঙ্গীতৰ সুৰীয়া সুৰৰ দৰে
তোমাৰ শৰীৰ সৰ্ব্বস্ব
প্ৰজ্ঞাৰ প্ৰোজ্জ্বল মুখ
লিৰিকি বিদাৰি পাওঁ ---
প্ৰত্যয়ৰ পালতৰা তোমাৰ ডিঙাত
সঁচা জীৱনৰ সকলো ঐশ্বৰ্য্য ।



# •□ ৰোমন্থন □•

( পূজ্য শিক্ষা গুৰু, পিতৃসম ৺ৰামেশ্বৰ ৰৰাদেৱৰ পৱিত্ৰ সোঁৱৰণত )

নাৰায়ণ মহন্ত

অফুৰন্ত কৰ্ম্মস্পৃহা
অটল আত্মবিশ্বাস,
বিৰল পাণ্ডিত্য,
নিষ্ঠাবান আদৰ্শ শিক্ষক
সহানুভূতিশীল,
এক
বিশাল অন্তৰ,
স্থিতপ্ৰজ্ঞ,
সামাজিক তথা বৌদ্ধিক বিকাশৰ
মূল কাণ্ডাৰী
আৰু
অন্তিম যাত্ৰাত
ৰিপুঞ্জয়ী,
হে ! মহান !
প্ৰজ্ঞাৰ আলোক সন্ধানী
পবিত্ৰ অনুষ্ঠান
সেই,
সোণালী ইতিহাসৰ
সাক্ষী হৈ ৰওঁক। *



---

* কবিতাটি পূৰ্বতে 'স্মৰণিকা'ত প্ৰকাশিত

-প্ৰকাশিকা-

# দেউতাৰ মহা প্ৰস্থানত

শ্যামলিমা খাউণ্ড
(মাতৃ)

হঠাতে গুছি গলা
কোনো খবৰ নিদিয়াকৈ।
সৰব মুহূৰ্ত্ত বোৰে ওমলি ফুৰিছে
নীৰৱতাৰ উমাল বুকুত।
গতিশীল জীৱন পথত
স্থবিৰতাৰ লুকাভাকু।
সপোনবোৰ সৰি পৰিল
নিশাফুলা শেবালিৰ দৰে।
দিনবোৰ পাৰ হৈছে নিঃশব্দে।
ফুল ফুলিছে।
তৰা ওলাইছে
সময়বোৰ মাথো দৌৰিছে
নাঁকী ছিঙা ঘোড়াৰ দৰে।
ঈশ্বৰৰ বিচাৰত, অভিমানী হিয়াখনে ফেকুৰি উঠিছে।
সমুখত এখন উৰুঙা সমাজ।
শূণ্যতাত অবগাহন কৰিছে
নতুন প্ৰজন্মই।
মই যেন চিঞৰি চিঞৰি গাম
মাথো তোমাৰ প্ৰশস্তিৰ গান।



# শিৰোমণি

বৰ্ণালী বৰা
প্ৰাক্তন ছাত্ৰী

দুচকুত, অযুত তৰাৰ জিলমিলনি
বুকুত,
সংগ্ৰাম সাগৰৰ উৰ্মিমালা
দুভৰিত,
শক্তি পথাৰৰ উৰ্বৰতা
দুহাতৰ মুঠিত,
অলেখ কৰ্মৰ চাবিকাঠি
পিঠিত,
এটি বোজা কৰ্মৰ,
দুহাত প্ৰসাৰিত কৰে
জোনাকীৰ টিপ্ টিপ্ পোহৰত
বিচাৰি প্ৰজ্ঞাৰ প্ৰেৰণা।।
এটি মাত্ৰ নাম জগত বিয়পা
শিৰোমণি হৈ আৰ্জিলে
এমুঠি শইচ সোণালী যশস্যা। *

---

* কবিতাটি পূৰ্ব্বতে কুঞ্জীডাহ উঃ মাঃ বিদ্যালয়ৰ আলোচনীত প্ৰকাশিত
-প্ৰকাশিকা-

# Let's Pledge

Miss Bandana Barthakur
Ex-student

Here,
Beside your eternal bed
Let's pledge
To weave
Thy dreams in thy labour's Loom
Let the heaps of thy hovering hopes
Flower into full bloom
On this day, this very
Day of thy departure,
We pledge
We do pledge.



কুজীডাঁহ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ প্ৰতিষ্ঠাপক অধ্যক্ষ মাননীয় শ্ৰীযুত ৰামেশ্বৰ বৰাদেৱলৈ –

# ••• অ ভি ন ন্দ ন প ত্ৰ •••

*হে কৰ্ম্মযোগী,*

জয় জয়তে আমাৰ সশ্ৰদ্ধ প্ৰণাম গ্ৰহণ কৰিব। কুজীডাঁহ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ প্ৰাৰম্ভিক স্তৰৰ পৰা ১৯৮৯ চনৰ ৩১ মাৰ্চ পৰ্য্যন্ত সুদীৰ্ঘ ৩৪ বছৰ কাল এই বিদ্যালয়ৰ কৰ্ণধাৰ ৰূপে অক্লান্ত শ্ৰম কৰি এই শিক্ষানুষ্ঠানটিৰ সৰ্ব্বতোপ্ৰকাৰ প্ৰগতিৰ কাৰ্য্যত ব্ৰতী হৈ যি বিশিষ্ট অৰিহণা আগবঢ়ালে, সেয়া এই বিদ্যালয়ৰ ইতিহাস তথা জনমানসত সোনালী আখৰেৰে লিপিবদ্ধ হৈ ৰব। আপোনাৰ নিৰবছিন্ন প্ৰচেষ্টাতে এই শিক্ষানুষ্ঠানটি অতি কম সময়ৰ ভিতৰতে অসমৰ এখন প্ৰথম শ্ৰেণীৰ বিদ্যালয়লৈ ৰূপন্তৰিত হৈছে সেই কথা আমি সদায় গৌৰবেৰে সোঁৱৰণ কৰিম। আপোনাৰ বলিষ্ঠ প্ৰশাসনিক আৰু সাংগঠনিক ভূমিকাই বিদ্যালয়খনিত এক শৈক্ষিক পৰিবেশ গঢ়ি উঠাত সহায় কৰিছে। ছাত্ৰ-ছাত্ৰী, শিক্ষক -কৰ্মচাৰী, অভিভাৱক আৰু সচেতন ৰাইজৰ মাজত এক সমন্বয়ৰ সেতু স্থাপনৰ কৃতীত্ব নিশ্চয় আপোনাৰেই দান।

*হে মহান শিক্ষাব্ৰতী !*

• আপুনি এগৰাকী মেধা সম্পন্ন ছাত্ৰ হিচাপে খ্যাতি অৰ্জ্জন কৰিছিল আৰু সেয়ে এগৰাকী কৃতী শিক্ষক হিচাবেও অসমৰ শিক্ষা জগতত সু-পৰিচিত। ইয়াৰে ফলশ্ৰুতি হ'ল ১৯৮০-৮১ চনত ৰাজ্যিক চৰকাৰে আপোনাক প্ৰদান কৰা ৰাজ্যিক পুৰস্কাৰ। তাৰোপৰি অসমৰ বিভিন্ন অনুষ্ঠান প্ৰতিষ্ঠানত আপোনাৰ সক্ৰিয় ভূমিকাৰ কথা স্মৰণযোগ্য, নগাওঁ জিলা শিক্ষক সন্থাৰ সভাপতিৰূপে ১৪ বছৰ আৰু ৰাজ্যিক সন্থাৰ দুবাৰ সভাপতিৰ পদ অলংকৃত কৰি আপুনি সন্থাক নেতৃত্ব দি আহিছে। আপোনাৰ এই সবল নেতৃত্বৰ কথা সোঁৱৰণ কৰি ১৯৮৯ চনৰ ১২ ফেব্ৰুৱাৰী তাৰিখে মৰাণত বহা অসম শিক্ষক আৰু কৰ্ম্মচাৰী সন্থাৰ অধিবেশনত আপোনাক অভিনন্দন জনাইছে। শঙ্কৰী কলা কৃষ্টিৰ বিকাশৰ ক্ষেত্ৰতো আপোনাৰ অৱদান অনস্বীকাৰ্য্য। আপোনাৰ শিল্পীসুলভ মনোভাব

আৰু মৰমী অন্তৰৰ পৰিচয়ে আপোনাক এগৰাকী মানৱ পূজাৰী হিচাবেও স্বীকৃতি দিছে।

আজি আপোনাৰ বিদায় বেলাত মৰ্ম্মাহত হৈছো। আশা ৰাখিছো আমি আপোনাৰ সজ দিহা পৰামৰ্শৰ পৰা বঞ্চিত নহম।

সদৌ শেষত আপোনাৰ সুদীৰ্ঘ জীৱন, সুস্বাস্থ্য আৰু সৰ্ব্বাঙ্গীন উন্নতি কামনা কৰি পৰমপিতা পৰমেশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনালো। আপোনাৰ আগন্তুক দিনবোৰ মধুময় হওঁক — এই শুভ কামনাৰে

ইতি

স্থান ঃ কুজীডাঁহ
তাং ঃ ২৮ - ৬ - ৮৯

আপোনাৰ গুণমুগ্ধ,
কুজীডাঁহ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ
শিক্ষক / কৰ্মচাৰী বৃন্দ



আজীৱন শিক্ষাব্ৰতী, সমাজ সেৱক

## শ্ৰী ৰামেশ্বৰ বৰাদেৱৰ

কৰকমলত ——

শ্ৰদ্ধাস্পদেষু,

কুজীডাহ্ উচ্চতৰ মাধ্যমিক বিদ্যালয়ত সুদীৰ্ঘ কাল প্ৰধান শিক্ষক আৰু অধ্যক্ষ ৰূপে কাৰ্যনিবাহ কৰি আপুনি বিশিষ্ট শিক্ষাবিদ ৰূপে পৰিগণিত। আপোনাৰ কৰ্মোদ্যম, অদম্য সাহস আৰু গভীৰ আত্মপ্ৰত্যয়ৰ গুণত কুজীডাহ অসমৰে এটি জাকতজিলিকা স্থান ৰূপে গঢ়ি উঠিছে। হাতীচোং অঞ্চলৰ ধৰ্মীয় সামাজিক আৰু সাংস্কৃতিক অনুষ্ঠানত আপোনাৰ নেতৃত্বই বিশেষ অৰিহণা আগবঢ়াইছে। আপুনি শংকৰী কলাকৃষ্টিৰো সাধক। কুজীডাঁহত শংকৰী কলাকৃষ্টিৰ চৰ্চাৰ ক্ষেত্ৰত আপোনাৰ অৱদান স্মৰণীয়।

অসম মাধ্যমিক শিক্ষক আৰু কৰ্মচাৰী সন্থাৰ সভাপতি, নগাওঁ জিলাৰ অধিবিদ্যা পৰিষদৰ এজন সক্ৰিয় সদস্য, পৰীক্ষা পৰিষদৰ সভাপতি হিচাপেও আপুনি এজন সুদক্ষ সংগঠক হিচাপে জনাজাত।

সুদীৰ্ঘকাল কুজীডাঁহ্ উচ্চতৰ মাধ্যমিক বিদ্যালয়ত সফলতাৰে সেৱা আগবঢ়াই আপুনি ১৯৮৯ চনত অৱসৰ গ্ৰহণ কৰিছে। বিদ্যালয়ৰ পৰা অৱসৰ গ্ৰহণ কৰিলেও বৰ্তমান আপুনি মহাবিদ্যালয় স্থাপনকে ধৰি বিভিন্ন ৰাজহুৱা অনুষ্ঠানৰ সেৱাৰ কামত আত্মনিয়োগ কৰিছে।

আপোনাৰ দৰে এজন যোগ্য শিক্ষাবিদক সম্বৰ্দ্ধনা জনাবলৈ পাই নগাওঁ জিলা অধিবিদ্যা পৰিষদ গৌৰৱান্বিত।

কৰুণাময় পৰমেশ্বৰে আপোনাক কৰ্মময়, সুখ সমৃদ্ধিৰে পৰিপূৰ্ণ সুন্দৰ জীৱন দান কৰক।

ইতি

আপোনাৰ গুণমুগ্ধ

নগাওঁ জিলা অধিবিদ্য পৰিষদৰ হৈ

শ্ৰী জপেন্দ্ৰ নাৰ্জাৰী

সভাপতি

শ্ৰী ধৰ্মকান্ত মহন্ত

সম্পাদক

নগাওঁ

১০ আগষ্ট

১৯৮৯

***

অক্লান্ত শিক্ষাব্ৰতী, শংকৰী কলাকৃষ্টিৰ সাধক, সমাজসেৱক

## শ্ৰী ৰামেশ্বৰ বৰা

শ্ৰদ্ধাস্পদেষু ——

ডাঙৰীয়া,

শংকৰী কলাকৃষ্টিৰ প্ৰাণকেন্দ্ৰ হাতীচোং মৌজাৰ কুজীডাঁহ উচ্চতৰ মাধ্যমিক বিদ্যালয়ত সুদীৰ্ঘকাল অধ্যক্ষ হিচাপে কাৰ্য্যনিবাহ কৰি আপুনি দিয়া সবল নেতৃত্বত সেই বিদ্যালয় এখন লেখত লবলগীয়া শিক্ষানুষ্ঠান ৰূপে জনাজাত হৈ পৰিছে। বিদ্যালয়ৰ অধ্যক্ষ হিচাপে সুখ্যাতি অৰ্জন কৰাৰ লগতে হাতীচোং মৌজাত মহাবিদ্যালয় আৰু অন্যান্য বিদ্যালয় স্থাপনত আপুনি নেতৃত্ব দি আহিছে। আপুনি শংকৰী কলাকৃষ্টিৰো এজন সাধক। আপোনাৰ প্ৰচেষ্টাত হাতীচোং মৌজাত শংকৰী কলাকৃষ্টিৰ চৰ্চা অব্যাহত আছে। অসম মাধ্যমিক শিক্ষক আৰু কৰ্মচাৰী সন্থাৰ লগত আপোনাৰ সম্পৰ্ক নিবিড়। নগাওঁ জিলা সন্থাৰ সভাপতি ৰূপে ১৪ বছৰ আৰু ৰাজ্যিক সন্থাৰ দুবাৰ সভাপতিৰ পদ অলঙ্কৃত কৰি আপুনি সন্থাক নেতৃত্ব দি আহিছে। এজন কৃতী শিক্ষক ৰূপে আপোনাক অসম চৰকাৰে ৰাজ্যিক পুৰস্কাৰেৰে পুৰস্কৃত কৰিছে।

অসম মাধ্যমিক শিক্ষক আৰু কৰ্মচাৰী সন্থাই আপোনাৰ দৰে কৃতী শিক্ষকৰ বাবে গৌৰবান্বিত। সন্থাই আপোনালৈ জনাইছে সশ্ৰদ্ধ অভিনন্দন।

পৰম পিতা করুণাময় ভগৱানৰ কৃপাত আপুনি সুস্বাস্থ্য আৰু সুখ সমৃদ্ধিৰে পৰিপূৰ্ণ জীৱন লাভ কৰক। আপোনাৰ কৰ্মপ্ৰেৰণা অব্যাহত থাকক।

ইতি

আপোনাৰ গুণমুগ্ধ

অসম মাধ্যমিক শিক্ষক আৰু কৰ্মচাৰী

সন্থাৰ সদস্য সকলৰ হৈ —

শ্ৰী হলধৰ চৌধুৰী, সভাপতি

শ্ৰী বিশ্বদেৱ শৰ্মা, সাধাৰণ সম্পাদক

মৰাণ

১২ ফেব্ৰুৱাৰী

১৯৮৯

* * * * *

## কৃতী শিক্ষক
## শ্ৰী ৰামেশ্বৰ বৰাদেৱলৈ
## সম্বৰ্দ্ধনা

হে সমাজ কৰ্ম্মী
সংস্কৃতিৰ পূজাৰী
কিহৰে জনাওঁ
সম্বৰ্দ্ধনা আপোনাক
এই ৰাভা দিৱসৰ
সম্বৰ্দ্ধনা জনাবলৈ পাই
আমি ধন্য মানিছো
এৰি অহা পথবোৰ
সোনালী হৈ ৰওঁক
আপোনাৰ ভৱিষ্যতৰ পথত
ফুল চন্দন পৰক
এই কামনাৰে

জিলা ভিত্তিত বিষ্ণু ৰাভা দিৱস উদ্‌যাপন সমিতি
নগাওঁ



ৰাজ্যিক অধিবিদ্যা পৰিষদৰ প্ৰাক্তন কাৰ্য্যবাহী সভাপতি

মাননীয় শ্ৰী ৰামেশ্বৰ বৰাদেৱলৈ

## —ঃ বিদায় সম্ভাষণ ঃ—

শ্ৰদ্ধাভাজনেষু,

শিক্ষাদানৰ দৰে পবিত্ৰতম্ ব্ৰতত জীৱন উছৰ্গা কৰি, অগনন বিদ্যাৰ্থীক জ্ঞানৰ আলোক বিতৰণ কৰি আপুনি জীৱন সাৰ্থক কৰিলে। শিক্ষানুষ্ঠানত প্ৰধানৰ গধুৰ দায়িত্ব বহন কৰি, শৈক্ষিক সামাজিক সাংস্কৃতিক ক্ষেত্ৰত উল্লেখযোগ্য অৰিহণা আগবঢ়াইছে।

ৰাজ্যিক অধিবিদ্যা পৰিষদৰ লগত সুদীৰ্ঘকাল নিবিড় আৰু সক্ৰিয়ভাবে জড়িত থাকি সংগঠন সুদৃঢ় কৰাত আপুনি প্ৰদান কৰা বৰঙণি পৰিষদৰ ইতিহাসত চিৰস্মৰণীয় হৈ থাকিব। শিক্ষকতা জীৱনৰ সামৰণি মাৰি আপুনি অৱসৰ গ্ৰহণ কৰাত পৰিষদে আপোনাৰ দৰে বিজ্ঞজনৰ সান্নিধ্য আৰু মূল্যবান পৰামৰ্শৰ পৰা বঞ্চিত হ'ল বুলি অনুভৱ কৰিছে। ৰাজ্যিক অধিবিদ্যা পৰিষদে আপোনাক সশ্ৰদ্ধ বিদায় সম্ভাষণ জনাইছে। পৰিষদে আশা কৰে আপুনি আজীৱন সুপৰামৰ্শৰে অনুষ্ঠানটি গতিশীল হোৱাত সহায় কৰিব। পৰমপিতা পৰমেশ্বৰে আপোনাৰ ওপৰত অপাৰ কৰুণা বৰ্ষণ কৰক।

ইতি

আপোনাৰ গুণমুগ্ধ,
ৰাজ্যিক অধিবিদ্যা পৰিষদৰ
সদস্যবৃন্দ,
পঞ্চম অধিবেশন ঃ নগাওঁ

৪ নবেম্বৰ
১৯৮৯



# •• শোক প্ৰস্তাৱ ••

প্ৰাক্তন অধ্যক্ষ ৰামেশ্বৰ বৰাদেৱৰ অকাল বিয়োগ আমাৰ সৌভাগ্যৰ বেলিমাৰ ; ভাগ্যৰবিৰ অস্তাগমনৰ বিৰহৰ শোকাশ্ৰুৰে দুগাল তিয়াই, মৌন অন্তৰেৰে বিদেহী আত্মাৰ চিৰশান্তি কামনা কৰি, বেদনাৰ অনলেৰে কাতৰ, শোকাতুৰ পৰিয়াললৈ আন্তৰিক, অকৃত্ৰিম সমবেদনা যাঁচিলো ।

কুজীডাঁহ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ

শিক্ষক কৰ্মচাৰী বৃন্দৰ হৈ

স্বাঃ সত্যপ্ৰসাদ বৰা

অধ্যক্ষ

১১-৮-৯৫

••

## ঃ শ্ৰদ্ধাঞ্জলি ঃ

মৃত্যু এক নতুন কথা নহয়। কিন্তু ৰামেশ্বৰ বৰাদেৱৰ হঠাৎ হোৱা মৃত্যুয়ে কুজীডাঁহ অঞ্চল তথা অসমে এজন আজীৱন সমাজ কৰ্ম্মী, ৰাষ্ট্ৰিক পুৰস্কাৰপ্ৰাপ্ত কৃতী শিক্ষকক হেৰুৱালে, যাৰ অৱদান আছিল সকলোৰে বাবে মহান আৰু অতুলনীয়। স্বৰ্গীয় বৰাদেৱ আছিল এজন অত্যন্ত সাহসী লোক। কথাতকৈ কামত তেখেত আছিল দৃঢ়। যিটো কামতে তেখেত লাগে সেইটো সম্পূৰ্ণ হৈ নুঠালৈকে নেৰিছিল। অতি জটিল সমস্যা সমাধানৰ ক্ষেত্ৰত বৰাদেৱে কিছুমান ফলপ্ৰসূ ব্যৱস্থা গ্ৰহণ কৰিছিল যে সেয়া আনৰ কাৰণে অসম্ভৱ আছিল।

স্বৰ্গীয় বৰাদেৱৰ দৰে এগৰাকী সমাজকৰ্ম্মী আৰু প্ৰতিভাসম্পন্ন শিক্ষাবিদক হেৰুৱাব লগা হোৱাটো সঁচাকৈয়ে বেদনাদায়ক আৰু দুখৰ বিষয়। সেয়েহে স্বৰ্গীয় বৰাদেৱৰ এই অকাল বিয়োগত তেখেতৰ গুণমুগ্ধ সকলো আজি ম্ৰিয়মান। বৰাদেৱৰ এই শোকাবহ মৃত্যুত শ্ৰদ্ধা জনোৱাৰ লগতে তেখেতৰ অভাৱ আমি গভীৰ ভাবে উপলব্ধি কৰিছো।

স্বৰ্গীয় বৰাদেৱৰ আজিৰ এই আদ্যশ্ৰাদ্ধৰ পবিত্ৰ দিনত দ্বাদশ মিলন সংঘৰ কাৰ্য্যকৰী সভাই আৰু সমূহ সদস্য বৃন্দই শ্ৰদ্ধাঞ্জলি জনাইছো আৰু কামনা কৰিছো তেখেতৰ স্বৰ্গগত আত্মাই যেন চিৰশান্তি লাভ কৰক।

প্ৰকাশ থাকে যে, যোৱা ইং ৭/৮/৯৫ তাৰিখে বহা দ্বাদশ মিলন সংঘৰ কাৰ্য্যকৰী সভাই স্বৰ্গীয় বৰাদেৱৰ কৰ্ম্মময় জীৱনৰ ওপৰত আলোক পাত কৰি তেখেতৰ সন্মানাৰ্থে বৰাদেৱক "কৰ্ম্মপ্ৰাণ" উপাধিৰে বিভূষিত কৰে আৰু জনমানসত এই উপাধিৰে তেখেতক উজ্জ্বলাই ৰাখিবলৈ সিদ্ধান্ত গ্ৰহণ কৰে।

শ্ৰদ্ধাৰে—

দ্বাদশ মিলন সংঘৰ সমূহ সদস্যবৃন্দ

কুজীডাঁহ ঃ হাতীচোং
তাং ঃ ১৫/৮/৯৫

••••

## ঃ শোক প্ৰস্তাৱ ঃ

"আজি ১২।১১।৯৫ তাৰিখে বহা অসম সত্ৰ মহাসভাৰ কাৰ্য্যনিৰ্ব্বাহক সভাই ৰামেশ্বৰ বড়া দেৱৰ দেহাৱসানত গভীৰ শোক প্ৰকাশ কৰি বিদেহী আত্মাৰ প্ৰতি শ্ৰদ্ধাঞ্জলি জ্ঞাপন কৰে। আৰু এটি ঘোষাৰে তেখেঁৰ আত্মাৰ সদ্গতি কামনা কৰি ভগৱন্তৰ চৰণত প্ৰাৰ্থনা জনায়।

লগতে শোকাভিভূত পৰিয়াল বৰ্গলৈ সমবেদনা জনোৱা হয়।"

স্বাঃ- শ্ৰীসত্যব্ৰত দেৱগোস্বামী
সভাপতি
অসম সত্ৰ মহাসভা

## ঃ শোক প্ৰস্তাৱ ঃ

আজি ৮-৮-৯৫ ইং তাৰিখে মাধ্যমিক শিক্ষা পৰিষদৰ সভা কক্ষত পৰিষদৰ সমূহ বিষয়া আৰু কৰ্মচাৰীয়ে সমবেত হৈ পৰিষদৰ অধ্যক্ষৰ সভাপতিত্বত কুজিদাহ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ অৱসৰ প্ৰাপ্ত অধ্যক্ষ তথা অসম মাধ্যমিক শিক্ষা পৰিষদৰ ভূতপূৰ্ব্ব সদস্য শ্ৰী ৰামেশ্বৰ বৰাদেৱৰ পৰলোক প্ৰাপ্তিত এখন শোক সভা অনুষ্ঠিত কৰা হয়। সভাত শ্ৰী বৰাদেৱৰ ব্যক্তিত্ব আৰু কৰ্মৰাজিৰ গুণানুকীৰ্ত্তন কৰি তেখেতৰ বিদেহী আত্মাৰ চিৰশান্তিৰ বাবে ভগৱানৰ ওচৰত ১ মিনিট মৌন প্ৰাৰ্থনা জনোৱা হয়।

সভাত প্ৰস্তাৱ গ্ৰহণ কৰা হয় যে উক্ত প্ৰস্তাৱৰ প্ৰতিলিপি দূৰদৰ্শন, আঁনাতাৰকেন্দ্ৰ, বাতৰি কাকত আৰু শোক সন্তপ্ত পৰিয়াললৈ প্ৰেৰণ কৰা হওঁক।

গৃহীত

**সভাপতি**

অসম মাধ্যমিক শিক্ষাপৰিষদ

গুৱাহাটী - ২১।

**সচিব**

অসম মাধ্যমিক শিক্ষা পৰিষদ

গুৱাহাটী - ২১।

******

# — শোক প্ৰস্তাৱ —

আজি ১৩/৮/৯৫ ইং তাৰিখ ৰবিবাৰে শ্ৰী শ্ৰী গোপালআতা সত্ৰৰ পৰিচালনা কমিটিৰ আৰজ্ঞনীতে গ্ৰহণ কৰা শোকপ্ৰস্তাৱৰ প্ৰতিলিপি ঃ

<u>প্ৰথম প্ৰস্তাৱ</u>

আজিৰ সভাত, যোৱা ৬-৮-৯৫ ইং তাৰিখে সদৌ অসম শ্ৰী শ্ৰী গোপালদেৱ সমাজৰ ৰাজ্যিক প্ৰধান সম্পাদক শ্ৰী ৰামেশ্বৰ বৰাদেৱৰ মৃত্যু হোৱাত গভীৰ শোক প্ৰকাশ কৰা হয় আৰু তেওঁৰ আত্মাৰ সদ্‌গতিৰ অৰ্থে এক মিনিট সময় ভগবানৰ ওচৰত প্ৰাৰ্থনা জনোৱা হয়। লগতে শোকসন্তপ্ত পৰিয়াল বৰ্গলৈ সমবেদনা জ্ঞাপন কৰি প্ৰস্তাৱ গ্ৰহণ কৰা হয়।

প্ৰেৰক ঃ—

শ্ৰীভুবন চন্দ্ৰ নাথ।
সম্পাদক
শ্ৰীশ্ৰীগোপাল দেৱ থান শাখা কমিটি,
পুৰণ ভৱানীপুৰ।



# ঃ শোক প্ৰস্তাৱ ঃ

অসমৰ শিক্ষা জগতৰ এজন বিশিষ্ট শিক্ষাবিদ ৰাজ্যিক পুৰস্কাৰ প্ৰাপ্ত কৃতি শিক্ষক কুজীডাঁহ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ প্ৰতিষ্ঠাপক প্ৰধান শিক্ষক আৰু প্ৰাক্তন অধ্যক্ষ, নগাওঁ, জিলা সন্থা আৰু অসম মাধ্যমিক শিক্ষক আৰু কৰ্ম্মচাৰী সন্থাৰ প্ৰক্তন সভাপতি, শংকৰী কলা কৃষ্টিৰ একনিষ্ঠ সাধক, বিশিষ্ট সমাজকৰ্ম্মী ৰামেশ্বৰ বৰা দেৱৰ অকাল বিয়োগত অসম মাধ্যমিক শিক্ষক আৰু কৰ্ম্মচাৰী সন্থাই গভীৰ শোক প্ৰকাশ কৰে আৰু বিদেহী আত্মাৰ চিৰশান্তিৰ বাবে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনায়, লগতে শোক সন্তপ্ত পৰিয়াল বৰ্গলৈ সমবেদনা জ্ঞাপন কৰে।

সমাজ আৰু শিক্ষা জগতলৈ বিশিষ্ট বৰঙনী যোগোৱা শ্ৰদ্ধেয় বৰাদেৱৰ বিয়োগত অসমৰ শিক্ষাজগতত এক অপূৰণীয় ক্ষতি হয় বুলি অসম মাধ্যমিক শিক্ষক আৰু কৰ্ম্মচাৰী সন্থাই মৰ্ম্মে মৰ্ম্মে উপলব্ধি কৰে।

স্বাক্ষৰ-

( শ্ৰী বিশ্ব দেৱ শৰ্ম্মা )
সাধাৰণ সম্পাদক,
অসম মাধ্যমিক শিক্ষক আৰু কৰ্ম্মচাৰী সন্থা



# শোকবাণী

*[ নিম্নলিখিত গণ্যমান্য ব্যক্তি, আত্মীয়-স্বজন আৰু অনুষ্ঠান-প্ৰতিষ্ঠানে প্ৰয়াতজনৰ বিয়োগত সমবেদনা জনোৱাত সেইসকলৰ প্ৰতি আমাৰ কৃতজ্ঞতা আগবঢ়ালো– শ্ৰীঅঞ্জলি বৰা ]*

দুলীয়াজানৰ বীণা দত্ত, শৰৎ দত্ত, ক্ষীৰদা কুমাৰী বৰুৱা, (শিৱসাগৰ), জ্যোতিষ্ক বিহাৰীদাস, অধ্যক্ষ বঙাইগাওঁ আইন মহাবিদ্যালয়, ক্ষীৰ নেওঁগ, ( শিৱসাগৰ), গোলোকচন্দ্ৰ ভূঞা (খাৰগুলি, গুৱাহাটী ), সিদ্ধেশ্বৰ বৰকাকতী, (নগাওঁ), আব্দুল মতিন (পুৰণি গুদাম), হেম বৰা, অঞ্জু বৰা, (টংলা), ইন্দ্ৰ বৰুৱা (তেজপুৰ), নিৰ্মলা (বসন্ত) দুবৰা, (চাৰিং), ৰোহিত চন্দ্ৰ মহন্ত (হেমাৰবড়ি, গজলা সত্ৰ), তিলক চন্দ্ৰ মজুমদাৰ (নগাওঁ), লিনাৰাম নাথ, (জৰাবাৰী)

কুজীডাঁহ জয়ধন বৰা উঃ মাঃ বালিকা বিদ্যালয়, কুজীডাঁহ যুৰীয়া নামঘৰ নিৰ্মান কমিটি, হাতীচোং মজলীয়া বিদ্যালয়, কুজীডাঁহ শ্ৰীমন্ত শঙ্কৰ চ'ৰা কলা পৰিষদ, কুজীডাঁহ উঃমাঃ বিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীবৃন্দ, হাতীচোং আঞ্চলিক ছাত্ৰ সন্থা, মাজ জাজৰি ত্যাগবীৰ হেম বৰুৱা সামুহিক কেন্দ্ৰ, অসম সত্ৰ মহাসভা, ডচন উচ্চতৰ মাধ্যমিক আৰু বহুমূখী বিদ্যালয়, প্ৰেছ ক্লাব, বেবেজীয়া, বড়মপুৰ শ্বহীদ স্মৃতি আদৰ্শ উঃ মাঃ বিদ্যালয়, হাতীচোং আঞ্চলিক প্ৰগতিশীল নাৰী সন্থা, ৰাজীৱ গান্ধী মহাবিদ্যালয়, বেবেজীয়া পঃ কনক শৰ্ম্মা উঃ মাঃ বিদ্যালয়, হাতীচোং ছোৱালী উঃ মাঃ বিঃ আৰু হাতীচোং মদন চন্দ্ৰ ছোৱালী মধ্য ইংৰাজী বিদ্যালয়, জাজৰি উঃ মাঃ বিদ্যালয়, লখিমী গাৱঁলীয়া বেংক, হাতীচোং শাখা, নগাওঁ জিলা অধিবিদ্যা পৰিষদ, পৰিচালনা সমিতি কুজীডাঁহ উঃ মাঃ বিদ্যালয়, কুজীডাঁহ অঙ্গনবাদী বিদ্যালয়. অসম সাহিত্য সভা বোকাখাত অধিবেশন,

নগেন গোস্বামী (গুৱাহাটী ), ৰমনী কান্ত বৰুৱা ( উত্তৰ গুৱাহাটী), লাৱণ্য দুবৰা (গুৱাহাটী ) আৰু বহুতো।

****

DEEPLY REGRET YOUR HUSBANDS SAD DEMISE. HE WAS A PILLAR OF EDUCATION IN OUR DISTRICT

**DEVKANTA BAROOAH**
NEW DELHI

..............................

To,
SARBANANDA BORA

MY DEEPEST CONDOLENCES ON DEMISE OF YOUR BROTHER. MAY GOD GRANT
ETERNAL PEACE TO THE DEPARTED SOUL.

**SHRI TARUN GOGOI,** MINISTER FOOD PROCESSING INDUSTRIES GOVT OF INDIA

..............................

HEARTFELT CONDOLENCE MAY HIS SOUL REST IN PEACE

**BISHNU PRASAD,**
NEW DELHI

..............................

DEEPLY AGRIEVED AT BORAH'S DEMISE MAY HIS SOUL REST IN PEACE.

**CHANDRA BHUYAN**
AMGURI

---

.....................................

প্ৰতি,

শ্ৰীমতী অঞ্জলি বৰা,

প্ৰিয়ৱৰেষু

শ্ৰীমতী বৰা,

আপোনাৰ চিৰআৰাধ্য স্বামী শ্ৰীযুত ৰামেশ্বৰ বৰাদেৱ স্বৰ্গগামী হোৱাৰ বাতৰি পাই আপোনালোকৰ লগতে আমিও শোক অনুভৱ কৰিছোহঁক। সেয়েহে আপোনালোকৰ শোক সন্তপ্ত পৰিয়ালৰ সকলোলৈকে আমাৰ শোক আৰু আন্তৰিক সমবেদনা জ্ঞাপন কৰিলো। লগতে মৃতকৰ বিদেহী আত্মাৰ চিৰশান্তি কামনা কৰি পৰমেশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনালো।

আদ্যশ্ৰাদ্ধাদি কৰ্ম্ম উপলক্ষে আয়োজন কৰা অনুষ্ঠানলৈ নিমন্ত্ৰণ জনোৱা বাবে ধন্যবাদ জনালো। কিন্তু এৰাব নোৱাৰা কামৰ বাবে সেই অনুষ্ঠান সমূহত যোগদান কৰিব নোৱাৰিম। তথাপি আদ্যশ্ৰাদ্ধাদি সকলো কাম সুকলমে সমাপন হোৱা কামনা কৰিলো।

মৰম আৰু শুভেচ্ছাৰে

ইতি

আপোনালোকৰ শুভাকাংক্ষী

স্বাক্ষৰ-

( ড০ ভগবান চন্দ্ৰ লহকৰ)

অধ্যক্ষ,

গুৱাহাটী কমাৰ্চ কলেজ

গুৱাহাটী - ২১

◆◆◆

# শ্ৰীৰামেশ্বৰ বৰাৰ মৃত্যুত ......................

শ্ৰীৰামেশ্বৰ বৰা একাধাৰে এজন কৃতী শিক্ষাবিদ, সত্ৰীয়া সঙ্গীতৰ শিল্পী আৰু এজন সফলকাম সমাজ-কৰ্মী আছিল। শ্ৰীবৰাৰ মৃত্যুত স্থানীয় সমাজৰ অপূৰণীয় ক্ষতি হ'ল। তেখেত শ্ৰীমন্ত শঙ্কৰদেৱ গৱেষণা প্ৰতিষ্ঠানৰো প্ৰতিষ্ঠা কালৰ পৰাই জড়িত এজন আজীৱন সদস্য আছিল আৰু কাৰ্যনিৰ্বাহক সদস্য ৰূপেও প্ৰতিষ্ঠানৰ সেৱাত ৰত আছিল। শ্ৰীবৰাৰ মৃত্যুত গৱেষণা প্ৰতিষ্ঠানৰ ফালৰ পৰা গভীৰ শোক প্ৰকাশ কৰা হয়। প্ৰতিষ্ঠানৰ সমূহ সদস্যৰ হৈ শোক সন্তপ্ত পৰিয়াললৈ আমাৰ আন্তৰিক সমবেদনা জনাইছোঁ। পৰিয়ালৰ সকলোকে যাতে ভগৱানে এই বিপদৰ সময়ত সাহস, ধৈৰ্য্য আৰু আপদ বিপদৰ পৰা মুক্ত কৰি ৰাখে তাৰ বাবে প্ৰাৰ্থনা জনাইছোঁ।

পৰম মঙ্গলময় পৰমেশ্বৰৰ ওচৰত বিদেহী আত্মাৰ সদ্‌গতি কামনাৰেও প্ৰাৰ্থনা জনোৱা হৈছে।

হৰেশ্বৰ গোস্বামী
অধ্যক্ষ
শ্ৰী মন্ত শঙ্কৰদেৱ গৱেষণা প্ৰতিষ্ঠান
বটদ্ৰৱা।

******

৭/৮/৯৫

বৰাদেৱৰ বিয়োগ ( ৬.৮.৯৫ ) বাতৰি সন্ধিয়া ফোনযোগে পাই মৰ্মাহত হৈছোঁ। এনে অভাৱনীয়া ঘটনাৰ বাবে মানসিকভাৱে একেবাৰে প্ৰস্তুত নাছিলোঁ, কিন্তু বিধিৰ বিধান কোনেও খণ্ডাব নোৱাৰে। তেখেতৰ লগত থকা সাংস্কৃতিক, শৈক্ষিক, সামাজিক সম্পৰ্কৰ কথা কোনোদিনে মচি পেলাব নোৱাৰিম। হাতীচোং অঞ্চল তথা নগাৱঁৰ শিক্ষা আৰু সামাজিক জীৱনত তেখেতৰ অৱদান চিৰস্মৰণীয় হৈ ৰ'ব।

তেখেতৰ বিদেহী আত্মাৰ সদ্‌গতিৰ অৰ্থে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনাই শোক সন্তপ্ত পৰিয়াললৈ আমাৰ সমবেদনা জনালোঁ।

তিলক মজুমদাৰ।



পূজনীয়া বাইদেউ, আমেৰিকা

৬ চেপ্তেম্বৰ, ১৯৯৫

যোৱা কালি আপোনাৰ চিঠিখন পালো। চিঠিয়ে কঢ়িয়াই অনা খবৰতো পাই মৰ্ম্মান্তিক দুখ পালো। চাৰৰ এনে অকাল বিয়োগ আমাৰ সকলোৰে এক প্ৰধান ক্ষতি। এই ক্ষতি পুৰোৱা এক প্ৰকাৰ অসম্ভৱ। তেখেতৰ স্মৃতি আৰু অৱদান বোৰেই হব আমাৰ আগবাঢ়ি যোৱাৰ সাৰথি। আপোনাৰ আৰু ভণ্টি হতঁৰ কিমান শোক আৰু ক্ষতি হৈছে সেয়া ভাবি অন্ত কৰিব নোৱাৰো। আপোনালোকৰ লগতে শোক কৰা আৰু সেই মহানৰ আত্মাৰ শান্তিৰ বাবে ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰাৰ বাহিৰে আপানালোকলৈ লিখাৰ ভাষা বিচাৰি নাপাওঁ। আশাকৰো তেখেতৰ আদ্যশ্ৰাদ্ধ সুকলমে হৈ গ'ল। তাত আমাৰ যোগদান দিয়াৰ সৌভাগ্য নহ'ল। স্কুলৰ চৌহদত চাৰৰ দেহা দাহ কৰা খবৰটো শুনি বৰ সন্তোষ পাইছো। আশাকৰো ৰাইজে তেখেতৰ স্মৃতি হকে এটি ধুনীয়া monument সজাৰ চিন্তা কৰিছে। আমি কিবা কৰিব পৰা থাকিলে, আমাক জনালে আৰু কৰিব পাৰিলে নথৈ শান্তি পাম। পুনৰ শোক সমবেদনা আৰু শ্ৰদ্ধা জনাই আজিলৈ ইমানতে সামৰো।

ইতি

আপোনাৰ

শ্ৰীদেৱ কুমাৰ বৰা

প্ৰাক্তন ছাত্ৰ (আমেৰিকা বাসী)।

We are deeply saddened by your loss,
and we want you to know
that our thoughts and prayers
will be with you
during the days and weeks ahead.

With Sympathy

**Deva Borah**
**Anu Borah**
**Arun & Barun (Sons)**

ওঁ

শ্ৰদ্ধেয়া শ্ৰীযুতা বড়া,

মোৰ পৰম বন্ধু আপোনাৰ স্বামী শ্ৰীৰামেশ্বৰ বড়া দেৱৰ মৃত্যুত গভীৰ দুঃখ পালোঁ। তেখেত এজন কৰ্মযোগী আছিল আৰু সেয়ে কৰ্মৰ মাজেদিয়েই তেখেতে মোক্ষ লাভ কৰিছে তাত সন্দেহ নাই। শাৰীৰিক অসুস্থতা বশতঃ মই নিজে গৈ শোকসন্তপ্ত পৰিয়ালটিক এবাৰ মাত লগাব নোৱাৰিলো। তাৰ বাবে দুঃখিত।

ভগবানে বিদেহী আত্মাক সৰ্বতোপ্ৰকাৰে শান্তি দিয়ক এইয়ে কামনা। শোক সন্তপ্ত আপোনাসকললৈ মোৰ আন্তৰিক সমবেদনা জনাইছোঁ ।

ইতি

শ্ৰী হলধৰ চৌধুৰী
প্ৰাক্তন সম্পাদক আৰু সভাপতি
অসম মাধ্যমিক শিক্ষক কৰ্মচাৰী সন্থা।

.............................................

মৰমৰ তুতু,

আজি দুপৰীয়া শ্ৰীমান ৰঞ্জু আহি চিঠি এখন দিলেহি। ৰঞ্জু কেতিয়াও শৰণীয়ালৈ অহা নাই। তাৰ আগমনত কাৰোবাৰ বিয়ালৈ মাতিবলৈ অহা বুলি ভাবিছিলো, কিন্তু সম্পূৰ্ণ ওলোটা খবৰ দি মৰ্ম্মাহত কৰিলে। ইমান কম বয়সতে পৃথিবীয়ে আমুৰালে ৰামেশ্বৰক ! আমি এতিয়া এজন এজনকৈ বিদায়েই দিবলৈ ধৰিছো। জানো ' মৃত্যু অৱশ্যম্ভাৱী '। কিন্তু আপোনজনৰ বিচ্ছেদ সহ্য কৰিবলৈ কষ্ট হয়। মই জীৱিত কালত শ্ৰীমানৰ লগত দেখা সাক্ষাতেই হ'ব নোৱাৰিলো। কিন্তু তেওঁৰ বিষয়ে শুনি আছিলো। দূৰে দূৰে থাকিলেও সম্পৰ্ক ওচৰ আছিল। তেওঁ গুণ বিশিষ্ট আছিল। তেনেলোকৰ মৃত্যু হলে তেওঁলোকে জ্ঞানী সকল থকা ঠাই নিৰ্ম্মল স্থান প্ৰাপ্ত কৰে। গীতাতো আছে –

" য়দা সত্ত্বে প্ৰবৃদ্ধে তু প্ৰলয়ং যাতি দেহভৃৎ
তদোত্তমৱিদাং লোকানমলান্ প্ৰতি পদ্যতে ।।"

সময়ে আপোনজনক দুঃখ সহ্য কৰিবলৈ শক্তি দিয়ে। তেওঁ তোমাৰ মাজত ব্যাপ্ত হৈ গ'ল। তুমি তেওঁ বাচি থাকোতে কায়া দেখা পাইছিলা এতিয়া তেওঁ অবিনাশী হৈ গ'ল। শৰীৰ নাশ হবই কিন্তু আত্মা অমৰ। আত্মা সদায় তোমাৰ লগত থাকিব। তোমাক সকলো সময়তে সহায় কৰিব। তুমি বিচাৰিলেই তেওঁক পাবা।

তোমাক শান্ত্বনা দিয়াৰ মোৰ শক্তি নাই। কিন্তু সমভাগী হোৱাৰ যোগ্যতা আছে।

এই দুখৰ সময়ত ওচৰত ঠিয় হৈ এষাৰ মাত দিব পৰা হলে নিজকে ধন্য মানিলোহেতেন। শৰীৰৰ বাবে দূৰৰ পৰাই তোমালৈ মোৰ সহানুভূতি জনালো। তোমাৰ দুখৰ সহভাগী হবলৈ চেষ্টা কৰিলো।

তুমি আৰু শ্যামলীমা কস্তুৰীমাই মোৰ হিয়াভৰা মৰম আশীৰ্ব্বাদ জানিবা। এই বিপদ কালত ধৈৰ্য্য ধৰিবলৈ তোমালোকৰ অন্তৰত যেন শক্তি দিয়ে তাৰ কাৰণে ভগৱানৰ চৰণত প্ৰাৰ্থনা জনালো। অশৰীৰি আত্মাই স্বৰ্গত যেন চিৰ শান্তি পায় সেই কামনাৰে তোমাৰ ———

আইজনী বাইদেউ।

স্বাক্ষৰ-

(শ্ৰীহেমাপ্ৰভা কাকতি)

কস্তুৰবা আশ্ৰম শৰণীয়া

................................

Mrs. Borah, ১০/৮/৯৫

আপোনালোকৰ কাৰো কতো নাম নজনা বাবে আপোনালৈকে চিঠিখন লিখিলো।

হঠাতে খবৰটো পাই আমি বৰ দুখিত, কিন্তু ভগবানৰ ইচ্ছা মানি লোবাৰ ব্যাহিৰে উপায় নাই। মৃতাত্মাই যেন চিৰ শান্তি লাভ কৰক এয়ে কামনা।

মোৰ সমবেদনা পৰিয়ালৰ সকলোলৈকে জনালো।

সেই অঞ্চলৰ এজন উদ্যোগী, শিক্ষাব্ৰতী আৰু সংগঠক আছিল স্বৰ্গীয় বড়া, স্কুলখনেই তেখেতৰ প্ৰাণ — কিয়নো ময়ো তেখেতৰ লগত ঘনিষ্ঠ ভাবে জড়িত আছিলো আৰু জানিছিলো। ভগবানে সকলো কাম সুকলমে সম্পন্ন কৰক। এয়ে কামনা।

ইতি

স্বাক্ষৰ-

(শ্ৰী নগেন গোস্বামী)

মিলনপুৰ, গুৱাহাটী - ২১

..............................

কল্যানীয়া

শ্ৰীমতী টুটু,

শ্ৰীমান পুলীনৰ পৰা সৰু ঢুকুৱা বাতৰি পাই অতিশয় বেজাৰ পাইছো। পুলীনৰ পৰাই মই হাতীচুঙৰ খবৰ বাতৰি পাই থাকো। হঠাতে যে এনে এটা ঘটনা হব ভাবিবই পৰা নাই । তেওঁৰ অসুখ বিসুখৰ কথাও একো জনা নাছিলো। মানুহ জন্মিলে এদিন মৰিবই, এই পৰম সত্য জানিও, বুজিও আমি সামান্য মানুহে এই কথা মানি লব নোৱাৰোহক। যি দুখ দিয়ে তেৱেঁই সহিবলৈকো শকতি দিয়ে — সময়ে সকলোকে সহ্য কৰিবলৈ মনত শক্তি যোগায়। ছোৱালীহঁতকো উপযুক্ত কৰি থৈ গৈছে। তেওঁৰ স্বৰ্গগত আত্মাই চিৰশান্তি পাই অক্ষয় স্বৰ্গত বাস কৰক। তোমাক ছোৱালী দুজনীৰ সৈতে পৰিস্থিতিৰ সন্মুখীন হৈ নিজ কৰ্ত্তব্য কৰিবলৈ শক্তি দিয়ক।

যাইহওক মৃত পৰিয়ালৰ সকলোকে শান্ত্বনা দিয়ক এয়ে ভগৱন্তৰ চৰণত প্ৰাৰ্থনা। যথাযোগ্য ভাবে স্নেহাশীষ ল'বাহঁক।

ইতি

বাইদেউ

ক্ষীৰদা কুমাৰী বৰুৱা

..............................

শৰীৰ ভাল নহয় বুলি কৈছিল। কথাটো সহজ ভাবেই লৈছিলো। [illegible] পৰা অৱসৰ লোৱাৰ পিছত নানাটো অসুখ অশান্তি প্ৰায় মানুহৰেই হয়। কিন্তু সেই অসুখেইহে ইমান সোনকালে তেখেতৰ জীৱন নাটৰ শেষ যৱনীকা পেলাব সেই কথা আমি সপোনতো ভাবিব পৰা নাছিলো।

আলহীৰ ঘৰ এই দেহা খনি
খন্তেকৰ মাথো জিৰণি ঠাই,
মৰণৰ শিঙা বাজিলে এবাৰ
নিজৰ পথেদি আলহী যায়।"

মানুহ মৰণশীল। এদিন অকস্মাতেই মৰণৰ শিঙা বাজি উঠিব আৰু আমি সকলোটিয়েই দুদিনীয়া এই আলহীঘৰ এৰি নিজ নিজ অসীম পথৰ যাত্ৰীহে গুচি যাব লাগিব। সি চিৰসত্য। তথাপি আমি দুৰ্ব্বল, অবোধ মানৱ শিশু। আমি মনক বুজনি দিব নোৱাৰো।

আজি এনে এটি দুখৰ মুহুৰ্ত্তত আপোনাসবক কি বুলি সান্ত্বনা দিম মই ভাষা বিচাৰি পোৱা নাই। তথাপি এটা কথা আপোনাক কবলৈ বিচাৰিছো আপোনাসবৰ এই দুখ এই বেদনাৰ আমিও সমভাগী।

বহুদিন হলহি মই শাৰীৰিক মানসিক ভাবে অতিকৈ অসুস্থ। ঘৰৰ পৰা কলৈকো যাব নোৱাৰো। সেয়েহে এনে এটি দুখৰ মুহুৰ্ত্তত মই নিজে এবাৰ আপোনাৰ ওচৰলৈ যাব নোৱাৰি নিজে নিজেই বৰ দুখীত হৈছো। তাৰ কাৰণে যেন দয়া কৰি ক্ষমা কৰে। এই ক্ষুদ্ৰ পত্ৰৰ যোগেদি আপোনালোক সকলোটিলৈকে আমাৰ আন্তৰিক সমবেদনা জ্ঞাপন কৰিছো।

পৰম করুণাময়ৰ ওচৰত আমাৰ এটিয়েই কাতৰ প্ৰাৰ্থনা তেখেতৰ পবিত্ৰ আত্মাই চিৰশান্তি লাভ কৰক আৰু আপোনালোক [illegible] এই দুখ এই বেদনা সহিবলৈ অন্তৰত অসীম শক্তি দান কৰক।

আন্তৰিক সমবেদনাৰে,
ভৱদীয়,
এম. আব্দুল [illegible],
[illegible]।

শ্ৰীমতী অঞ্জলি,

দূৰদৰ্শনৰ জৰিয়তে শ্ৰীযুত বৰাৰ মৃত্যুৰ খবৰ পাই অতি মৰ্মাহত হৈছো। শিক্ষা আৰু সামাজিক জীৱনৰ লগত যিজন পুৰুষে আজীৱন আত্মত্যাগ কৰি গল সেইজনাৰ গুণ গৰিমা সকলোৰে বাবে অনুপ্ৰেৰণা হৈ ৰল। পৰমেশ্বৰে মৃতজনৰ আত্মাৰ সদগতি কৰক।

তোমাৰ আৰু পৰিয়ালবৰ্গৰ শোকৰ বোজকা আমি মাত এষাৰ লগাব নোৱাৰাৰ বাবে এই পত্ৰখনিকে পঠালো। মোৰ ভৰি এখনৰ অলপ অসুখ।

পিচৰ কৰিবলগীয়া সকলো কাম ভগৱানৰ ওপৰত ভৰসা কৰিয়েই তেওঁকে চিন্তা কৰি কৰি যাবা। ছোৱালী কেইটিৰ মন ভাঙি নপৰিবলৈ তুমি ধৈৰ্য্য ধৰি আগ বাঢ়ি যাবা এইয়ে আমাৰ তোমালোকৰ শোকাকুল অৱস্থাত কব লগীয়া — বেয়া নোপোৱা যেন।

ইতি

তোমালোকৰ

শ্ৰীসিদ্ধেশ্বৰ বৰকাকতী

আমোলাপট্টি

৮/৮/৯৫

নগাঁও

..........................................

মৰমৰ

মাজনীহঁত,

বাতৰি কাকতত শ্ৰদ্ধেয় বৰাদেৱৰ স্বৰ্গী হোৱাৰ কথা জানিব পাৰি সঁচাই মৰ্ম্মাহত হৈছোঁ। তেখেতৰ দৰে মহান চৰিত্ৰৰ ব্যক্তি এজনৰ লগত কেইদিনমানৰ বাবেও সঙ্গ পাইছিলোঁ ভাবিলে সঁচাই আচৰিত লাগে। সিয়ো অসমৰ বাহিৰত।

স্বৰ্গীয় বৰাদেৱ এজন অতি উচ্চমনা, জ্ঞানী, সুন্দৰ পৰিপাটী, সহজ সৰল প্ৰকৃতিৰ লোক আছিল। তেখেতৰ মধুৰ ব্যৱহাৰে আমাক অভিভূত কৰিছিল। তেখেতৰ দৰে মহান ব্যক্তিৰ সঙ্গ পোৱাটোও ভাগ্যৰ কথা।

তেখেত অকল হাতীচোং মৌজাৰ কুজিডাহৰে প্ৰাণ নাছিল তেখেত আছিল অসমী আইৰ সুযোগ্য সন্তান। মনে প্ৰাণে মানুহক ভালপোৱা এই মহান ব্যক্তিজন স্বৰ্গী হোৱাত সঁচাই আমাৰ অপূৰণীয় ক্ষতি হৈছে। তেখেতৰ কাম কথাই আমাৰ আদৰ্শ হওক। মহান আত্মাই চিৰশান্তি লাভ কৰক। ভগবানৰো ওচৰত আমাৰ এয়েই প্ৰাৰ্থনা।

তোমালোকৰ পৰা আজিকালি খা-খবৰ নোপোৱা হলোঁ। নীতু এইবাৰ পি, ইউ কলা দ্বিতীয় বাৰ্ষিকৰ। বঙাইগাওঁ কন্যা মহাবিদ্যালয়তে পঢ়ি আছে।

তোমালোকৰ তালৈ যাম বুলি ভাবি থাকোতেই গ'ল। এদিন নিশ্চয় গৈ ওলাম গৈ।

মাজনী, মাতু তোমালোকে কি কৰি আছা? আশাকৰোঁ খ-খবৰ দিবা।

পূজনীয়া বাইদেউক আমাৰ প্ৰণাম জনাবা। গভীৰ দুখৰ ভাগী আমি সকলোৱে।

তোমালোকে আমাৰ মৰম লবা। বাইদেউক আমাৰ পুনঃ প্ৰণাম জনাবা।

তোমালোকৰ
জ্যোতি খুৰা

(Jyotiske Behari Das M.A. L.L.B. Advocate Bongaigaon Law College)

-----------------------------

মৰমৰ বাইদেউ,

আন্তৰিক শুভ ইচ্ছা লব। আপোনালোকক কি বুলিনো সান্ত্বনা দিয় কৰবলৈ বা ভাবিবলৈ ভাষা নাই। একে লগৰে বন্ধু Matriculation ৰ পৰা কলেজ আৰু H.M. & Principal হিচাবে Section পোৱা বন্ধু হিচাবে ৰৱা আৰু নাই এই কথা শুনি মৰ্মাহত হৈছো। কলেজত পঢ়োতেও ওচৰা ওচৰিকে থকা বা কলেজলৈ অহা যোৱা কৰোতে লগে ভাগে আহ যাহ কৰিছিলো। মাত্ৰ নগাওঁ কলেজত তেখেতে I.Sc. ত আৰু মই I.A পঢ়িছো। সুখে দুখে লগ হৈ কথা বাৰ্ত্তা পাতি শান্তি পাইছিলো। তেখেতৰ এনে সময়তে ( বয়সতে) পৰলোক হ'ব বুলি ভবা নাছিলো। যাহওক সকলো পৰমেশ্বৰৰ ইচ্ছা। গতিকে নিজেই সান্ত্বনা লবলৈ যত্ন কৰক। তেখেত নাই যদিও তেখেতৰ কৰ্ম্মময় জীৱনে তেখেতক সোঁৱৰাই ৰাখিব। তেখেতৰ আত্মাই চিৰশান্তি লাভ কৰক।

তেখেতৰ কৰ্ম্মময় জীৱনৰ বিষয়ে Paper লৈকো পঠাম বুলি ভাবিছো। ঘৰৰ পৰিয়াললৈকো শুভ ইচ্ছা থাকিল। আপোনালৈকো।

Sd/-
(Kina Ram Nath)
Retd. Principal,
Charaibahi Higher Secondary
School, Morigaon.

INSTITUTE OF NEUROLOGICAL
SCIENCES. DISPUR

শ্ৰীহৰি

4th Flour, Bed No. - 405

পূজ্যা বাইদেউ,

শ্ৰদ্ধা গ্ৰহণ কৰিব।

ভাগ্যৰ বন্ধনক মানুহৰ অনুভূতিয়ে বান্ধি দিব নোৱাৰে। নহ'লে কাৰোৱেই মৃত্যু নহ'লহেঁতেন। কালি আজমিৰ শ্ৰীযুত ভিৰেশ্বৰ মহন্ত দাদাই মোৰ খবৰ লবলৈ আহি বৰা দাদাৰ বিয়োগৰ খবৰটো দিলে। আজি পুৱাতে আকৌ বিচনাতে বহি থাকোতেই বাতৰিত ছবি খন দেখি চমক খাই উঠিলোঁ। চকুৰ পানীবোৰ হৰ হৰকৈ ওলাবলৈ ধৰিলে। মই শুক্ৰবাৰে ১০ নম্বৰত বিচনা লৈছো, শনিবাৰে ভৰিত অপাৰেশ্যন হৈছে। অথচ সেই শুক্ৰবাৰেই মোৰ নিচেই কাষতে থকা নাৰ্চিংহোমত দাদাৰ জীৱন নাটৰ সামৰণি পৰে।

মানুহৰ আয়ুস বয়সৰে জোখা নহয় প্ৰকৃততে কৰ্মৰেহে জোখা হয়। দাদাই জীৱনত বহুত কামেই কৰিলে প্ৰকাশ নকৰিলেও প্ৰকৃত মানুহৰ হৃদয়ৰ কোঁহে কোঁহে সোমাই আছে। অনুভৱ কৰিব লাহে লাহে। অনুতাপেৰে।

আনন্দৰ মুহূৰ্ত্তবোৰ ক্ষন্তেকীয়া, দুখৰ জীৱন কিন্তু দীঘলীয়া, এইয়া ভগৱানৰ দান। জুলাইৰ প্ৰথম সপ্তাহত লখিমী বেংকৰ যুগত মাড়ীখনত আপুনি, দাদা আৰু মযীক পাই বহুত সময় কথা পাতিছিলোঁ– সেই দেখাই যে মোৰ শেষ দেখা আছিল। দাদাৰ ছবি খন বাৰে বাৰে চাইছো। চাই মোৰ যেন শৰীৰটো সেঁচাই গৈছে। চকুৰ আগত ভাঁহি আছে এখন বগা কাপোৰেৰে আবৃত মোৰ শ্ৰদ্ধাৰ দাদাৰ হীম শীতল, নিথৰ নিস্পন্দ দেহাটি। তেখেত গুচি গ'ল। কিন্তু থৈ গ'ল স্মৃতি বহুত ধৰণৰ। শেষ বাৰৰ বাবেও আকৌ এবাৰ দেখাৰ ভাগ্য নহল মোৰ।

আপোনালোকক একেবাৰে মাত লগাবলৈকো পৰি আছোঁ ইয়াত। এই দুখ সদায় থাকিব মোৰ।

বাইদেউ ধৈৰ্য্য নেহেৰুৱাব। পৃথিৱীত ঈশ্বৰ আছে। তেঁওতো দুজনীক কান্দি কাটি থাকিবলৈ নিদিব। দুখ অহাটো স্বাভাৱিক। সহজে পাহৰাটোও অসম্ভৱ। সেয়েহে বেদনা বা দুখক, বা চিৰ বিচ্ছেদক ভগৱানৰ আশীৰ্ব্বাদ বুলি মানি লোৱাৰ এক মানসিক শক্তি গোটাই লওক। আপুনি ধৈৰ্য্য ধৰিলে জেওনী দুজনীয়েও সকাহ পাব।

ৰোগীক সদায় আনন্দৰ খবৰ লাগে। কিন্তু মই পাওঁ বিষাদৰ –না হওক যাৰ যেতিয়া সময় হব তেওঁ যাবই।

মই আজি গীতা নগৰলৈ যামগৈ, নিলিজ নম। সামান্য ভাল পাইছো। কুজা হব লোৱাবো। চিঠি খন মই ঠিয় হৈ কোনমতে লিখিছো।

আপোনালোকৰ সকলো জনলৈ মোৰ মৰম থাকিল। আশা ৰাখিছো আৰু ঈশ্বৰক খাতিছো তেখেতৰ পূণ্যাত্মাই যেন চিৰশান্তি লাভ কৰক। এয়ে কামনা। আমাৰ নিচিনা দুৰ্ভগীয়া বোৰকো আশীৰ্বাদ কৰিব। কৰ্তাৰ বোজা মোৰ ঠেলি দি সোনকালে স্বৰ্গলৈ যাব পাৰো যেন। দাদাৰ আজৰ দিনাই মোৰ দেউতাৰ তিথি। মই ইয়াত, এই খনেই ভাগ্য।

ইতি

আপোনালোকৰ

স্বাক্ষৰ-

(শ্ৰী ৰোহিত চন্দ্ৰ মহন্ত)

........................

শ্ৰীহৰি

চাৰিং

১৪/৮/৯৫

কল্যাণীয়া

শ্ৰীমতী টুটু,

আচম্বিতে খবৰটো পাই মৰ্মাহত হলো। কি কৰিবা। তোমাক শান্ত্বনা দিয়াৰ প্ৰয়োজন নেদেখো কাৰণ আমি সকলো সহযাত্ৰী।

আমি মানুহবোৰে জাগতিক মহাসত্যবোৰ মানি লবলৈ মাত্তি নহওঁ, সেয়েহে আমাক স্মৃতিবোৰে সময়ে সময়ে প্ৰচণ্ড আঘাট হানি থাকে।

ৰবাদেৱৰ মৃত্যু মোৰ কাৰণেও বেদনা দায়ক কিয়নো তেখেত আমাৰ পৰম উপকাৰী। আজিৰ বাতৰিত তেখেতৰ প্ৰতি জনোৱা শ্ৰদ্ধাৰ্ঘ্য পঢ়িবলৈ পাইছো। তেখেতৰ আদৰ্শ আৰু কৰ্মনিষ্ঠা উত্তৰ পুৰুষৰ বাবে আহিঁ স্বৰূপ। সকলোৰে লগতে আমাৰো গভীৰ সমবেদনা জনাইছো – ভগৱানক খাটিছো তেখেতৰ আত্মাৰ সদ্‌গতি হওক, তোমালোকেও যাতে এই শোক সহ্য কৰিবলৈ সক্ষম হোৱা।

ইতি

তোমাৰ

স্বাক্ষৰ-(বসন্ত খাইদেউ)

শ্ৰীনিৰ্মলা দুৱৰা

*****

## অক্লান্ত সমাজসেৱী আজীৱন শিক্ষাব্ৰতী ৰামেশ্বৰ বৰাৰ পৰলোক

আজিৰ বাতৰি, ৯ আষাঢ় '৯৫।

শংকৰী কলা-কৃষ্টিৰ প্ৰাণকেন্দ্ৰ নগাওঁ জিলাৰ হাতীচোং মৌজাৰ কুজীডাহত ১৯৩১ চনৰ পহিলা এপ্ৰিলত জন্ম লভা, সমগ্ৰ অসমতে বিশাল সমাজৰ পৰিচিত, অঞ্চলৰ সকলো ৰাইজৰে অতি প্ৰিয় সমাজকৰ্মী, শংকৰী কলা-কৃষ্টিৰ সাধক, সুবক্তা, আজীৱন শিক্ষাব্ৰতী ৰামেশ্বৰ বৰাৰ যোৱা ৬ আষাঢ়ত পৰলোকপ্ৰাপ্তি ঘটে। কৃতী শিক্ষকৰূপে ৰাষ্ট্ৰীয় বঁটা লাভ কৰোঁতা, ১৯৫৫ চনৰ পৰা কুজীডাহ উচ্চ মাধ্যমিক বিদ্যালয়ৰ প্ৰতিষ্ঠাপক প্ৰধান শিক্ষক আৰু ১৯৮৯ চনৰ ৩১ মাৰ্চত অৱসৰ গ্ৰহণ কৰি ১৯৮৮ চনত হাতীচোং মহাবিদ্যালয় খুলি তাৰ সম্পাদকৰ দায়িত্ব কান্ধ পাতি লৈ অঞ্চলটোত উচ্চ শিক্ষাৰ পোহৰ বিলোৱাৰ প্ৰচেষ্টা হাতত লওঁতা ৰামেশ্বৰ বৰাদেৱ তালেমান দিন ধৰি বহুমূত্ৰ আৰু ৰক্তচাপত ভুগি থকা বৰাদেৱে চিকিৎসাধীন অৱস্থাতো হাতীচোং মহাবিদ্যালয়ৰ নিৰ্মাণ সম্পৰ্কীয় বিষয়বোৰত ব্যস্ত আছিল। শেষৰকালে অসুখ বেছি হোৱাত গুৱাহাটীৰ ডাউন-টাউন চিকিৎসালয়লৈ লৈ যোৱা হয় আৰু চিকিৎসাধীন অৱস্থাতে ৬৪ বছৰ ৪ মাহ ৫ দিন বয়সত গুণমুগ্ধ লোকসকলক কন্দুৱাই বৰাদেৱে পৰলোকলৈ গমন কৰে।

তেখেতৰ মৃত্যুৰ বাতৰিয়ে হাতীচোং অঞ্চলৰ লগতে সমগ্ৰ নগাওঁ জিলাতে শোকৰ ছাঁ পেলায়। শিক্ষক ছাত্ৰ আৰু গুণমুগ্ধ ৰাইজে বৰাদেৱৰ মৃতদেহ লৈ হাতীচোং মৌজাটোত সমদল যাত্ৰা কৰে আৰু তেখেতৰ প্ৰাণস্বৰূপ কুজীডাহ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ চোতালতে শেষকৃত্য সমাধা কৰে। বৰাদেৱে এৰি থৈ গৈছে পত্নী, দুগৰাকী জীয়ৰী; চাৰিজন ভাতৃ, ভতিজা-ভতিজী আৰু গুণমুগ্ধ ৰাইজ।

তেখেতৰ বিষয়ে অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি বিশিষ্ট শিক্ষাবিদ, সু-সাহিত্যিক ' গিৰিধৰ শৰ্মাদেৱে মন্তব্য কৰিছিল, 'হাতীচোং মানে কুজীডাহ আৰু কুজীডাহ মানেই ৰামেশ্বৰ বৰা'। হয় — সমগ্ৰ অসমৰ বিজ্ঞ সমাজে জানে কুজীডাহৰ ৰামেশ্বৰ বৰাক তেখেতৰ অমায়িক ব্যৱহাৰ, মুখৰ মিচিকিয়া হাঁহিটো আৰু অসাধাৰণ ব্যক্তিত্বৰ পৰিচয় দাঙি ধৰা বুদ্ধিদীপ্ত চকুযুৰি বিচাৰি চকু মুদি থাই গ'ল চিৰদিনলৈ ; মাথো ৰৈ গ'ল তাৰ কৰুণ স্মৃতি।

---

## ৰামেশ্বৰ বৰাৰ মৃত্যুত শোক প্ৰকাশ................

আজিৰ বাতৰি, ২০ আগষ্ট '৯৫

আজীৱন শিক্ষাব্ৰতী, কুজীডাহ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ প্ৰাক্তন অধ্যক্ষ ৰামেশ্বৰ বৰাৰ মৃত্যুত সমগ্ৰ নগাঁও জিলাৰ বিভিন্ন ব্যক্তি, অনুষ্ঠান - প্ৰতিষ্ঠানে শোক প্ৰকাশ কৰাৰ বাতৰি পোৱা গৈছে। গ্ৰীষ্ম বন্ধৰ অন্তত বিদ্যালয়সমূহ খোলা হয় যোৱা ১১ আগষ্টত।

সেইদিনা ৰামেশ্বৰ বৰাৰ প্ৰাণস্বৰূপ কুজীডাহ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ উপৰি অঞ্চলটোৰ বেবেজীয়া পণ্ডিত কনক শৰ্মা উচ্চতৰ মাধ্যমিক বিদ্যালয়, বেবেজীয়া ভোগেশ্বৰ হাজৰিকা বালিকা উচ্চতৰ মাধ্যমিক বিদ্যালয়, জামুগুৰি বাপুজী উচ্চ মাধ্যমিক বিদ্যালয়, শালমৰা উচ্চ মাধ্যমিক বিদ্যালয়, চকলাঘাট উচ্চতৰ মাধ্যমিক বিদ্যালয়, বামুণগাঁও ছোৱালী উচ্চ মাধ্যমিক বিদ্যালয়, জাজৰি উচ্চতৰ মাধ্যমিক বিদ্যালয়, হাতীচোং মজলীয়া বিদ্যালয়, হাতীচোং তিলক বিদ্যাপীঠ, এচ কে বি এল এম ই স্কুল আদি শিক্ষানুষ্ঠানবোৰৰ শিক্ষক - শিক্ষয়িত্ৰী, ছাত্ৰ - ছাত্ৰীসকলে শোক সভা পাতি বৰাৰ মৃত্যুত গভীৰ শোক প্ৰকাশ কৰি মৃতকৰ আত্মাৰ সদ্গতি কামনা কৰে আৰু শোকসন্তপ্ত পৰিয়াললৈ জনায় আন্তৰিক সমবেদনা।

প্ৰেছ ক্লাব বেবেজীয়াই এটা শোকবাৰ্তাত কয় যে ক্লাবে এজন শুভাকাংক্ষী হেৰুৱালে। কুজীডাহ উচ্চতৰ মাধ্যমিক বিদ্যালয় প্ৰাঙ্গণত বিদ্যালয়ৰ পতাকাখন অৰ্দ্ধনমিত কৰি ৫ দিনধৰি পালন কৰা হয় শোক দিবস।

..........................................

## Rameshwar Borah

*The Assam Tribune, Aug. 16 '95.*

Guwahati, Aug 16 -- Death occurred of Sri Rameshwar Borah, retired Principal of Kujidah H.S. School, Nagaon at a local nursing home recently due to cardiac complications, He was 64.

He was born in Kujidah village in 1931 in the district of Nagaon. Since his childhood, he was

amiable in nature and loved by all. He got his graduation in Arts from Nagaon College and BT from GU. After taking graduation in 1953, he joined as teacher in Chakalaghat H.S School in the same year but soon after became the Headmaster of Kujidah H S School in 1955. He became the Principal of Kujidah HS School in the middle of 1977.

After taking over charge of Kujidah High School as Headmaster, he undertook construction of the school building by giving sramdan with the help of students engaged in the paddy field. He collected money from all sources and constructed the school building and hostels. For such exemplarary work the then Education Minister, Sri Dev Kanta Barooah applauded him. He is the main architect in shaping the Hatichung Mouza in general Kujidah village in particular.

He was the President of State Teachers' Association, Kujidah Sankar Chora Kala Parisad and SEcretary of Sadau Asom Gopal Dev Than Samity and Rajib Gandhi College Hatichung.

He was a devotee of Vaishnavism and a great exponent of Ankiyanats composed by Mahapurush Srimanta Sankar Dev and MadhavDev, displayed main role, in Asomiya Bhaona in different parts of Assam as well as in All India Radio, Guwahati centre. He was connected with the construction of Mahapurush Gopal Dev Than at Purani Bhabanipur under Barpeta district and propagated 'Kaal Sanghati' introduced by the Vaishnavite saint Mahapurush Sri Sri Gopal Dev.

He is survived by his wife and two daughters.

* * * *

## ৰামেশ্বৰ বৰালৈ ....

## মৰণোত্তৰভাৱে 'কৰ্মপ্ৰাণ' উপাধি

*আজিৰ বাতৰি, ২৩ আগষ্ট '৯৫।*

নগাওঁ জিলাৰ হাতীচোং মৌজাৰ অন্তৰ্গত কুজীডাঁহৰ অন্যতম সামাজিক সংগঠন দ্বাদশ মিলন সংঘ'ৰ যোৱা ১৪ আগষ্টত জৰুৰীভাৱে অনুষ্ঠিত এখন সভাই গভীৰ শোক প্ৰকাশ কৰে স্থানীয় শিক্ষাবিদ, অক্লান্ত সমাজকৰ্মী, কুজীডাঁহ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ প্ৰাক্তন অধ্যক্ষ ৰামেশ্বৰ বৰাৰ অকাল বিয়োগত। সভাই বৰাৰ বহুমুখী প্ৰতিভাৰ প্ৰতি গভীৰ শ্ৰদ্ধা আপন কৰাৰ লগতে কৰ্মকে জীৱনৰ ধৰ্ম বুলি আঁকোৱালি লোৱা বৰাক মৰণোত্তৰভাৱে প্ৰদান কৰে 'কৰ্মপ্ৰাণ' উপাধি।



# * ৰামেশ্বৰ বৰাৰ পৰিয়াল পৰিচয়

পিতৃ : * নন্দেশ্বৰ বৰা

মাতৃ : * লক্ষণা বৰা

পত্নী : অঞ্জলি বৰা

অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষয়িত্ৰী, হাতীচোং উচ্চ মাধ্যমিক বালিকা বিদ্যালয়।

সন্তান : শ্যামলিমা বৰা খাউণ্ড

কস্তুৰীমা বৰা

জোঁৱাই : দিব্যজ্যোতি খাউণ্ড

ভাতৃ : পদ্ম বৰা ( জেষ্ঠ ভাতৃ )

প্ৰাক্তন সামাজিক শিক্ষা বিষয়া

পুষ্পেন্দ্ৰ নাথ বৰা ( জেষ্ঠ ভাতৃ )

অৱসৰ প্ৰাপ্ত মুখ্য সহায়ক, যোগান বিভাগ

শশী কান্ত বৰা

চৰকাৰী পঞ্জীয়নভুক্ত কণ্ট্ৰেক্টৰ, গড়কাপ্তানী বিভাগ, তথা ব্যৱসায়ী

সৰ্বানন্দ বৰা

অৱসৰ প্ৰাপ্ত অতিৰিক্ত সঞ্চালক, হস্ত তাঁত আৰু বস্ত্ৰ শিল্প বিভাগ। প্ৰাক্তন পৰিচালন সঞ্চালক আৰ্টফেড, এপেক্সফেড, প্ৰাক্তন অধ্যক্ষ, এপেক্সফেড, অসম।

ৰোহিনী বৰা

অৱসৰপ্ৰাপ্ত মুখ্য অভিযন্তা, গড়কাপ্তানী বিভাগ (পথ) পৰিচালন সঞ্চালক, অসম চৰকাৰ নিৰ্মাণ নিগম।

নবৌবেক : কণআই বৰা

কনমা বৰা

ভাইবোৱাৰী : লিলি বৰা

জয়শ্ৰী বৰা

মিনু বৰা

ভগ্নী : নীলিমা বৰা
দেৱকান্ত বৰুৱা ( ভনী জোঁৱাই )
ভতিজা-ভতিজী : নিকুঞ্জ দাস
নাৰায়ণ দাস ( জোঁৱাই )
মালবিকা হাজৰিকা
যতীন হাজৰিকা ( জোঁৱাই )
মিৰা দুৱৰা
যাদব দুৱৰা ( জোঁৱাই )
নিবেদিতা দত্ত বৰা
ৰাজেন দত্ত ( জোঁৱাই )
পংকজ বৰা
মিৰা বৰা ( বোৱাৰী )
মুকুট বৰা
ৰূপা বৰা ( বোৱাৰী )
হেমেন বৰা
অৰ্পনা বৰা ( বোৱাৰী )
মিণ্টুমনি হাজৰিকা
ত্ৰৈলোক্য হাজৰিকা ( জোঁৱাই )
বিতুমণি ৰাজখোৱা
গুৰুগোবিন্দ ৰাজখোৱা ( জোঁৱাই )
গীতুমনি বৰা
টিকেন্দ্ৰজিত বৰা ( জোঁৱাই )
জিতুমণি বৰা
চিত্ৰমোহন বৰা ( জোঁৱাই )
প্ৰাঞ্জলজ্যোতি বৰা
মৃগেন বৰা
চিৰনজ্যোতি বৰা
ইন্দ্ৰানী বৰা
শৰ্মিষ্ঠা বৰা
ৰাজনীশ বৰা

কমল বৰা
দেবাশীষ বৰা
প্ৰীতম বৰা
অৰিন্দম বৰা

ভাগিন : মিনাক্ষী বৰুৱা
ধীৰেন ভাগৱতী ( জোঁৱাই )
নয়নমণি বৰুৱা
নিলাক্ষী বৰুৱা
কমল বৰা ( জোঁৱাই )
ময়ূৰাক্ষী বৰুৱা
শান্তনু দেবগোস্বামী ( জোঁৱাই )

নাতি নাতিনী : দিলীপ, ৰাজেশ, অনিমা, মমী, ৰবি, লাবি, টিনা, ৰীতম্, টাইনু, টিকু, মিন্টু, উদ্দীপনা, উদয়ন, পবিক্ষীত, পুলকিত, শাশ্বত, মৃগনাভ, বাসবদত্তা, দেবৰা, অভিষেক, তনুশ্ৰী।





পুৰণি ডাঙৰীয়া উচ্চতৰ মাধ্যমিক বিদ্যালয়খন যিখনি আছিল
ৰামেশ্বৰ বৰা দেবৰ প্ৰাণ স্বৰূপ



অধ্যক্ষ ৰূপে নিজৰ কাৰ্য্যালয় কোঠাত
কৰ্ম্মব্যস্ত অৱস্থাত ৰামেশ্বৰ বৰা



বৰপেটাৰ ডাকঘৰ মাধ্যমিক বিদ্যালয়ৰ শিক্ষক কৰ্মচাৰীবৃন্দৰ
অভিনন্দন গ্ৰহণৰ অৱস্থাত শ্ৰদ্ধেয় বৰাদেৱ



হাতীচোং মহাবিদ্যালয়খনি ৰামেশ্বৰ বৰাৰ আছিল অন্যতম সপোন।
সতীৰ্থ সকলৰ সৈতে বৰা



বিদ্যালয়ৰ বিজ্ঞান ভৱনটোৰ উন্মোচনা অনুষ্ঠানত তদানীন্তন শিক্ষামন্ত্ৰী
বৃন্দাবন গোস্বামী আৰু জনস্বাস্থ্য কাৰিকৰী মন্ত্ৰী দ্বিগেন বৰাৰ লগত
ৰামেশ্বৰ বৰাদেৱ আৰু অন্যান্য সকল



মৰমৰ বিদ্যালয় খনৰ চৌহদত বৃক্ষৰোপন
কাৰ্য্যসূচী ৰূপায়নত বৰাদেৱ



সদৌ অসম মাধ্যমিক শিক্ষক কৰ্ম্মচাৰী সন্থাৰ ধুবুৰী অধিবেশনত
সভাপতি ৰূপে পতাকা উত্তোলন কৰে ৰামেশ্বৰ বৰাদেৱে



সদৌ অসম মাধ্যমিক শিক্ষক কৰ্ম্মচাৰী সন্থাৰ ধুবুৰী অধিবেশনত
সভাপতিৰ আসনৰ পৰা ভাষণৰত অৱস্থাত ৰামেশ্বৰ বৰা



ৰাষ্ট্ৰপতি ফখৰুদ্দিন আলি আহমেদৰ লগত আলোচনাৰত
ৰামেশ্বৰ বৰাদেৱ (ৰাষ্ট্ৰপতি ভৱনত)



কংগ্ৰেছ সভাপতি দেৱকান্ত বৰুৱাৰ লগত,
নতুন দিল্লীত বৰাদেৱ।



অংকীয়া ভাওনাৰ অভিনয়ত সিদ্ধহস্ত ৰামেশ্বৰ বৰাদেৱ শংখচূড়ৰ ভাৱত (বাওঁফালৰ পৰা)



অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰীমহিম বৰা আৰু সতীৰ্থ সকলৰ লগত বৰাদেৱ।
(সন্মুখৰ শাৰীত সোঁফালৰ পৰা পঞ্চম জন)



সপত্নীক বাগীশ্বৰ বৰা



স্বৰ্গীয় বৰাদেৱৰ পৰিয়াল।
(বাওঁফালৰ পৰা) কনিষ্ঠা কন্যা ৰ স্তুৰীমা, বৰাদেৱ,
পত্নী আৰু জ্যেষ্ঠা কন্যা শ্যামলীমা।



কুজীডাহ উচ্চতৰ মাধ্যমিক বিদ্যালয় প্ৰাঙ্গণত অৱস্থিত
প্ৰয়াত বৰাদেৱৰ সমাধিস্থল

"My deep love
For this holy institute
Enables me to have
My eternal sleep here."